# আচাৰ বিজ্ঞান



লিখক—
শ্ৰীশিৱনাথ বুজৰ বৰুৱা

* হৰিঃ ও তৎসৎ *

# আচাৰ বিজ্ঞান




লিখক—

শ্ৰীশিৱনাথ বুজৰ বৰুৱা

স্মৃতিতীৰ্থ ৰত্ন বাচস্পতি।



প্ৰকাশক—

শ্ৰীৰাজেন্দ্ৰনাথ বুজৰবৰুৱা

গ্ৰাম—দতৰা, পোঃ—বৰথলা (কামৰূপ) অসম।



সৰ্ব্বস্বত্ব সংৰক্ষিত ] ৰাস পূৰ্ণিমা [ মূল্য ১।৷০ অনা।

১৩৫৯

# পাতনি

ইহ জগতত সনাতন হিন্দু-ধৰ্ম্ম, ব্ৰাহ্ম-ধৰ্ম্ম, বৌদ্ধ-ধৰ্ম্ম, মুচলমান-ধৰ্ম্ম, খৃষ্ট-ধৰ্ম্ম প্ৰভৃতি বহু ধৰ্ম্ম দৃষ্ট হয়। তাৰ ভিতৰত সনাতন হিন্দু-ধৰ্ম্মই এই ভাৰতবৰ্ষত আবহমানকাল চলি আহিছে। মাজে সময়ে বিধৰ্ম্মী ৰজাৰ দিনত সেই সনাতন হিন্দু-ধৰ্ম্মৰ মহা বিপ্লৱ উপস্থিত হৈছিল। কিন্তু পৰমেশ্বৰৰ অনুগ্ৰহত সেই ধৰ্ম্মই সকলো বিপ্লৱ পৰিহাৰ কৰি আকৌ আধিপত্য বিস্তাৰ কৰিছিল। বৰ্ত্তমান সময়ত পাশ্চাত্য শিক্ষাৰে শিক্ষিত কিছুমান লোকে এই পুৰ্ব্ব পুৰুষাচৰিত ধৰ্ম্মত আস্থা নাৰাখি অন্যান্য ধৰ্ম্মত দীক্ষিত হৈছে আৰু কোনো কোনোৱে অন্যান্য ধৰ্ম্মত দীক্ষিত নহলেও সনাতন হিন্দু-ধৰ্ম্ম যে একেবাৰে পৰিহাৰ্য্য তাক মুক্তকণ্ঠে প্ৰকাশ কৰে। এতিয়া যিবিলাক সনাতন হিন্দু-ধৰ্ম্মী লোক আছে, তাৰ ভিতৰত অধিকাংশই পাশ্চাত্য শিক্ষাৰে শিক্ষিতৰ মুখাপেক্ষী। সেই নিমিত্তে তেওঁলোকে অন্য ধৰ্ম্মাবলম্বীবিলাকক তীব্ৰ প্ৰতিবাদ কৰি সনাতন হিন্দু-ধৰ্ম্মলৈ জোৰ কৰি আনিব নোৱাৰে। যদিওবা কোনো মনস্বী হিন্দু-ধৰ্ম্মীয়ে তেওঁলোকক হিন্দু-ধৰ্ম্মৰ বিষয়ে কিছু কবলৈ যায়, তেন্তে তেতিয়া তেওঁলোকৰ কথাত আওকাণ কৰি পুৰস্কাৰ স্বৰূপ কিছুমান ব্যঙ্গোক্তি প্ৰদান কৰে। বাস্তৱিক সনাতন হিন্দু-ধৰ্ম্মৰ ভিতৰত যে কি সাধু ভাৱ নিহিত আছে, তাক সূক্ষ্ম বিচাৰেৰে বুজিব পাৰিলে তাৰ প্ৰতি কোনোৱে অনাস্থা

প্ৰদৰ্শন কৰিব নোৱাৰে। আজিকালি ভীষণ কালস্ৰোতত আমালোকৰ সূক্ষ্মদৰ্শিতা গুণ ভাহি গৈছে। এতিয়া পাইছোঁ কেৱল বিলাসীতাহে। আমালোকে এতিয়া সুখাদ্য নাৰিকল ফল এৰি কোৱাভাতুৰী ফল অতি আগ্ৰহেৰে গ্ৰহণ কৰিব ধৰিছোঁ। আমি নাভাবোঁ যে কোৱাভাতুৰীৰ বাহিৰখনহে দেখিবলৈ ভাল, তাৰ ভিতৰখন একেবাৰে দৰ্শনৰ অযোগ্য। গাৰ পৰা আমালোকৰ একো সুখোদয় নহয় আৰু নাৰিকল ফলৰ বাহিৰখন কদাকাৰ আৰু কঠিন, কিন্তু ভিতৰখন অতি পবিত্ৰ, নিৰ্ম্মল, সুদৃশ্য আৰু সুখদায়ক। জগদীশ্বৰে সুন্দৰ জিনিষক কোনোবাই হঠাতে নষ্ট কৰিব বুলি তাৰ ওপৰত গুহত দুঃশ্চদ্য বেড়া দি থৈছে। যেনে কণ্টক বেষ্টিত নালোপাৰ পদুম ফুল, বেল, কঠাল, লোম বহু চৰ্ম্ম বেষ্টিত নয়নমণি, শ্লেষ্মাদি বেষ্টিত শুক্ৰ ধাতু ইত্যাদি।

সনাতন হিন্দু-ধৰ্ম্মৰ ভিতৰখন নাৰিকলৰ দৰে অতি সুন্দৰ, বিশুদ্ধ আৰু আনন্দদায়ক। বাহিৰখন হলে অতি কঠিন আৰু মলিন। সেই কাৰণে প্ৰায় লোকে ইয়াত প্ৰবেশ কৰিবৰ নিমিত্তে চেষ্টিত নহয় আৰু সেই অতুলনীয় আনন্দ উপভোগ কৰিবৰো অধিকাৰী নহয়। যদি এই ধৰ্ম্মৰ বাহ্যিক ভিত্তি এৰি ভিতৰলৈ সোমাব পাৰে, তেন্তে নাৰিকলৰ নিচিনা অতিশয় বিশুদ্ধ জ্ঞান লাভ কৰিব পাৰে। সহৃদয় পাঠকগণ! আপোনালোকে বোধকৰোঁ মুক্তকণ্ঠে স্বীকাৰ কৰিব যে অশেষ দুখৰ পিচত যিখিনি সুখ পোৱা যায়, সেয়েহে প্ৰকৃত সুখ। সুখৰ পিছত দুখ হলে আগৰ সুখখিনিয়ো দুখৰ ভিতৰত গণ্য হয়। প্ৰস্তাবিত বিষয়ৰ ভাবও

ঠিক তেনেকুৱা। সংসাৰত সুখকৰ ভোজনাদিৰ পূৰ্বে বস্তু সংগ্ৰহ, ৰন্ধন প্ৰভৃতি বহুত দুঃখকৰ কাম্য দেখা যায়। সেই কাৰণে ঋষিয়ে কয় যে "নহি সুখং দুঃখৈৰ্বিনা লভ্যতে" কিন্তু আমালোকৰ হিন্দু-ধৰ্ম্মৰ তলে আৰম্ভণতে বহু দুখ, পিছতহে যি সুখ পোৱা যায়, সি প্ৰকৃত সুখ। কাৰণ সেই সুখৰ শেষ নাই। নাৰদ, ব্যাস, বাল্মীকি, দুৰ্ব্বাসা, শুকদেব, বশিষ্ঠ প্ৰভৃতি আমালোকৰ পূৰ্ব্ব পুৰুষগণ হিন্দু ধৰ্ম্মত দীক্ষিত হৈ বহু সহস্ৰ বৎসৰ দুঃসহ দুখ সহ্য কৰিহে পিছত পৰমানন্দ লাভ কৰিছিল। এতেকে হিন্দু ধৰ্ম্মৰ পৰা যে মনুষ্য জীৱনৰ মুক্তি হয় ইয়াক স্বীকাৰ কৰিব লাগে। সংসাৰত যিমানবিলাক ধৰ্ম্ম আছে, সি সকলোই বেদমূলক। সি হেতু বেদোক্ত এটা এটা উপদেশক ভিত্তি কৰি প্ৰচলিত কৰিছে হিন্দু ধৰ্ম্ম ইমান উদাৰ যে সকলো ধৰ্ম্মই শেষত হিন্দু ধৰ্ম্মৰ ভিতৰত পৰেহি। গতিকে পদ্মফুল বা নাৰিকেল ফল আৰু কোৱাভাতুৰী বা বগৰী (বগুড়ী) ফলৰ কথা বিবেচনা কৰিব লাগে। অৰ্থাৎ পদ্মফুল আনিবলৈ গলে তাৰ নালাৰ কাঁটাৰ আঁচৰ খাব লাগে, সেই আঁচৰৰ বেদনা সহ্য কৰি আগবাঢ়িলেহে পদ্মফুল পাব পাৰি আৰু তাৰ সৌৰভ উপভোগ কৰিব পাৰি। নাৰিকেলৰ বাকলি ভোগৰ গুছাই ভাঙিব পাৰিলেহে তাৰ খাই সুখ-শান্তি পাব পাৰি। কোৱাভাতুৰীৰ তলে উপৰখন চাইহে সুখ লাভ কৰিব পাৰি, কিন্তু তাক ভাঙি পেলালে একো সুখৰ জিনিষ পোৱা নাযায়, দুখহে লাগে। বগুড়ী ফলৰ উপৰখন খোৱাত কোনো কষ্ট নাই, সেইখিনি খালে তাৰ পিছত খাবৰ জিনিষ

একো পোৱা নাযায়, তেতিয়া তাঁক পেলাই দিবহে লাগে। সনাতন হিন্দু-ধৰ্ম্ম ইদানীন্তন ধৰ্ম্মাপেক্ষায় কোনো প্ৰকাৰে নিকৃষ্ট নহয়। হায়! হায়! সেই ধৰ্ম্মক আমি অতল জলধিজলত ডুবাই দিব ওলাইছো। যি ধৰ্ম্মৰ ৰক্ষাৰ নিমিত্তে আমাৰ পূৰ্ব্ব পুৰুষগণ প্ৰাণ পৰ্য্যন্ত বিসৰ্জ্জন কৰিব ওলাইছিল। আমালোকে আজি সেই পূৰ্ব্ব পুৰুষসকলৰ বংশধৰ হৈয়ো তেওঁলোকৰ ধৰ্ম্মত আস্থা নাৰাখি এই কাল যুগতে কিছুমান মহাত্মা পুৰুষে ধৰ্ম্ম ৰহিত মানুহৰ নিমিত্তে উলিওৱা ধৰ্ম্মবিলাকত মতি গতি সমৰ্পণ কৰিব ওলাইছো। আৰু সৰ্ব্বদেশ প্ৰচলিত সৰ্ব্বধৰ্ম্মীৰ সন্মানিত শ্ৰীমদ্ভগৱদ্গীতাত উক্ত হোৱা "স্বধৰ্ম্মে নিধন শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ" এই মহোপদেশক উপেক্ষা কৰিব ধৰিছো। আজি পৃথিৱীত এনে এটা সভ্যভাষা নাই, যি ভাষাত গীতাৰ অনুবাদ বা সমালোচনা নাই। গীতাৰ উপদেশবোৰ অত্যাদৰণীয় বুলি আজি সকলো সুসভ্য সুধীবৃন্দে মুক্তকণ্ঠে স্বীকাৰ কৰে। ধিক্ ধিক্ শত ধিক্ আমালোকক আমালোকে কোকিলক আদৰ নকৰি কাকক আদৰ কৰিবলৈ আগ্ৰহ দেখুৱাইছোঁ। সুবৰ্ণক এৰি কেমিকেল সোণক আদৰ কৰিব ধৰিছোঁ। ধন্য পাশ্চাত্যশিক্ষা। ধন্য ধন্য বিধৰ্ম্মী সহবাস!! ধন্য ধন্য বিষয়াভিলাষ!!! পাঠক মহোদয়! মনৰ অসহ্য দুখৰ আবেগত উদ্দিষ্ট ভ্ৰান্তুহে বহু দূৰলৈ গলোঁ, একো বেজাৰ নাপাব। সনাতন হিন্দু-ধৰ্ম্মী হব লাগিলে কি কি আচৰণ কৰিব লাগে, আৰু সেই আচৰণৰ কি ফল, ইয়াকেই ব্যক্ত কৰাই এই প্ৰবন্ধৰ উদ্দেশ্য। তাক কৰলৈ যাই কান্দা-কটা কৰা নিতান্ত গৰ্হিত। এতেকে

আপোনালোকৰ ওচৰত মোৰ এইখিনি দোষ ক্ষমিব বুলি আশা কৰিলোঁ। সনাতন হিন্দুৰ প্ৰাতঃ কালৰ পৰা ৰাতি শোৱালৈকে যিবোৰ বাঁধা বাঁধি নিয়ম (বিধি নিষেধ) আছে। সেইবোৰ নিয়ম প্ৰতিপালন কৰিলে শাৰীৰিক উন্নতিৰ লগে লগে জ্ঞানৰো উন্নতি সাধিত হয়। ইয়াক বুজাবলৈ যথাশক্তি চেষ্টা কৰিছোঁ। এনেকুৱা অতি গুৰুতৰ কাৰ্য্যলৈ আগবঢ়া মোৰ নিচিনা মূৰ্খ মানুহক যদিয়ো শোভা নাপায়, তথাপি সুপণ্ডিত সকলোক এই বিষয় উদগনি দিবলৈ আগবঢ়োৱাই মোৰ অনবত্তম উদ্দেশ্য। নাজানো ইয়াৰ দ্বাৰা সনাতন হিন্দু-ধৰ্ম্মৰ তথা সেই ধৰ্ম্মীবিলাকৰ কিমানখিনি উন্নতি সাধন হয়। আশা কৰোঁ পাঠক সদাশয়ে এই প্ৰবন্ধৰ উল্লিখিত নিয়মবোৰৰ উদ্দেশ্য বুজিবলৈ নিজে যত্ন কৰি অতিৰিক্ত যুক্তি তৰ্ক আলোচনা কৰি তুলিয়াই তাক প্ৰতিপালন কৰিব। আৰু আনকো তেনে কৰিবলৈ উপদেশ দি ধৰ্ম্মৰ প্ৰকৃত উন্নতি সাধন কৰিব। অৱশেষত এইখিনিয়ো মোৰ অনুৰোধৰ বিষয়, যে মনুষ্য মাত্ৰেই ভ্ৰম-প্ৰমাদযুক্ত, গতিকে মোৰ সমস্ত ভ্ৰম-প্ৰমাদ দোষ নিজগুণে ক্ষমিব। ইত্যলমধিকেন—

—গ্ৰন্থকাৰ

# সূচীপত্র

## জাতীয় স্তব

যন্মধ্যে ব্রহ্মপুত্রঃ প্রবহতি সততং সর্ব্বতীর্থস্বরূপঃ
সংগৃহ্যাপোনদীনাং কুলুকুলুনিনদৈঃ সংপ্লুবন্ যৈ জনান্যঃ।
কামাখ্যায়াঃ শরণ্যং চরণসরসিজং ধাবিতুং ধাবমানঃ
সাস্মাকং জন্মভূমির্জয়তি সুমহতী কামরূপাভিরূপা ॥ ১ ॥

যস্যাং জাতাঃ সমস্তা নব ইহ সকলাবশ্যকীয়ঞ্চ বস্তু
স্বল্পায়াসেন লব্ধ্বা খলু সকলসুখং ভুঞ্জতে সর্ব্বকালম্।
যস্যামাসন্ বশিষ্ঠাদয় ইহ ঋষয়ো যোগসংসিদ্ধিকামাঃ
সাস্মাকং জন্মভূমির্জয়তি সুমহতী কামরূপাভিরূপা ॥ ২ ॥

হেমাদ্রিশ্চোর্দ্ধ্বযস্যাং দিশি বসতি সদা সূক্ষ্ম মূর্দ্ধ্বা চ যস্যা
দ্রষ্টুংনীলাদ্রিসংস্থাং প্রিয় নিজতনুজাং সাগ্রহং গৃহ্যকল্পঃ।
বিদ্যাভির্যোগিনীভিঃ সততপরিবৃতাং সন্ততং চিৎস্বরূপাং
সাস্মাকং জন্মভূমির্জয়তি সুমহতী কামরূপাভিরূপা ॥ ৩ ॥

অদ্রিশ্রেণ্যঃ সমস্তাঃ ফলদলকুসুমাশেষ সম্ভার যুক্তাঃ
পিত্রা হেমাদ্রিরাজা তনুজ সুখধিয়া সন্তি যস্যাং নিযুক্তাঃ।
যস্যাং সর্ব্বাণি তীর্থাণ্যভিত ইহ সদা সন্তিতন্ত্রোদিতানি
সাস্মাকং জন্মভূমির্জয়তি সুমহতী কামরূপাভিরূপা ॥ ৪ ॥

• • •

সৰ্ব্ব তীৰ্থ স্বৰূপ ব্ৰহ্মপুত্ৰ নদই সৰু সৰু নদীবিলাকৰ পানী সংগ্ৰহ কৰি কুলু কুলু শব্দেৰে স্তব কৰি জগজ্জননী শ্ৰীকামাখ্যা দেৱীৰ আশ্ৰয়ণীয় চৰণপদ্মক ধুৱাবলৈ যেন যি দেশৰ মাজেদি সদায় প্ৰবাহিত হৈছে, সেই অতি মনোহৰ অতি মহান আমাৰ জন্মভূমি কামৰূপ দেশ জয়যুক্ত হওক। ১ ॥

যি দেশত জন্মা মানুহবিলাকে আৱশ্যকীয় সকলো বস্তু অলপ যত্নতে সংগ্ৰহ কৰি সদায় সকলো কালতে সকলো সুখ ভোগ কৰে আৰু যি দেশত বশিষ্ঠাদি ঋষিসকলে যোগৰ প্ৰকৃষ্ট সিদ্ধি কামনা কৰি বাস কৰিছিল, সেই মনোহৰ অতি শ্ৰেষ্ঠ আমাৰ জন্মভূমি কামৰূপ দেশ জয়যুক্ত হওক। ২ ॥

দশ মহাবিদ্যা আৰু যোগিনীবিলাকে চাৰিওফালে সদায় আবৰণ কৰি ৰাখা চিৎস্বৰূপা নীলাচলবাসীনী সুতনু নিজ সুতাক অতি আগ্ৰহেৰে দেখিবলৈ হিমালয়ে যাৰ উত্তৰ ফালে গৃহস্থ লোকৰ দৰে মুৰ দাঙি চাই আছে, সেই অতি সুন্দৰ সুমঙ্গল আমাৰ জন্মভূমি কামৰূপ দেশ জয়যুক্ত হওক। ৩ ॥

য'ত পিতা গিৰিৰাজ হিমালয়ে নিজ তনয়াৰ সুখৰ নিমিত্তে আদেশ দিয়াত পৰ্ব্বতবিলাকে ফল পত্ৰ, পুষ্পাদি সকলো সম্ভাৰযুক্ত হৈ চাৰিওফালে বিৰাজিত হৈ আছে আৰু তন্ত্ৰোক্ত তীৰ্থসকল সকলোপিনে বিৰাজমান হৈ আছে সেই অতি সুন্দৰ অতি মহান আমাৰ জন্মভূমি কামাখ্যা দেশ জয়যুক্ত হওক। ৪ ॥

● ●

আবির্ভূয়াদ্দৈবশক্তিঃ সমন্তাৎ
শান্তির্ভূয়াৎ সর্ব্বদেশেষু সম্যক্।
ধর্ম্মোভূয়াদ্বর্দ্ধিতো মানবানাং
ধ্বংসোভূয়াদ্বিঘ্ন সন্দোহকানাম্ ॥



সুতঃ! প্রদত্তং তব পাদপদ্মে
আচারবিজ্ঞানমিদং মদীয়ম্।
সাফল্যমাপ্নোতু তব প্রসাদাৎ
সন্ত্রাধনা চাপি সুতাধমস্য ॥




॥ ওঁ নমো গণেশায় ॥

# হিন্দুৰ আচাৰ বিজ্ঞান

হিন্দুৰ স্মৃতি শাস্ত্ৰত ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰাৰ পৰা উঠিবৰ উপদেশ দিছে। যথা ব্ৰহ্মপুৰাণে—

"ব্ৰাহ্মে মুহূৰ্ত্তে বুধ্যেত স্মৰেদ্দেববৰান্ ঋষিন্"।

অৰ্থ— ব্ৰাহ্মমুহূৰ্ত্তত নিদ্ৰাৰ পৰা উঠিব, আৰু দেৱগণক ও ঋষিগণক স্মৰণ কৰিব। ব্ৰাহ্মমুহূৰ্ত্ত নিৰূপণ কৰিছে যে,—

"ৰাত্ৰেশ্চ পশ্চিমে যামে মুহূৰ্ত্তো য়ঃ তৃতীয়কঃ।
স ব্ৰাহ্ম ইতি বিখ্যাতো বিহিতঃ সম্প্ৰবোধনে"॥

অৰ্থ--- ৰাতিৰ শেষ প্ৰহৰৰ তৃতীয় মুহূৰ্ত্তক ব্ৰাহ্মমুহূৰ্ত্ত বোলে। তাকে জাগৰণৰ সময় বিধান কৰিছে। মুহূৰ্ত্ত হৈছে দিন ও ৰাতিৰ ১৫ ভাগৰ এভাগ কাল। দিবা ৰাত্ৰি সমান হলে দুদণ্ডত এক মুহূৰ্ত্ত হয়। দিন বা ৰাতিৰ কম বেচি হলে তদনুসাৰে দুদণ্ডৰ

কম বেচি হয়। কিন্তু ব্রাহ্মমুহূৰ্ত্তৰ কম বেচি নহয় তেনেহলে সূৰ্য্যোদয়ৰ পূৰ্ব্ববৰ্ত্তী মুহূৰ্ত্তৰ পূৰ্ব্বতন মুহূৰ্ত্তই ব্রাহ্মমুহূৰ্ত্ত কাল," সেই সময়ত হিন্দুবিলাকে নিদ্ৰাৰ পৰা জাগিব। পাঠক! সেই সময়ৰ সৌন্দৰ্য্য ও উপকাৰীতা সম্বন্ধে অলপ আলোচনা কৰিবলৈ গলে দেখা যায় যে সেই সময়টো ন দিনা ন ৰাত্রি, অর্থাৎ আন্ধাৰ ও পোহৰৰ সন্ধি সময়। প্রকৃতি দেবীৰ লীলাকাল বায়ু পিত্ত কফৰ সাম্যাবস্থাৰ অবসৰ। সুখ-দুখৰ মধ্যবৰ্ত্তী সময়। মুঠতে কবলৈ গলে সেই সময়ত জগতৰ উগ্ৰভাব নেথাকে। সৌম্যভাব পৰিস্ফুট হয়। সমুদ্ৰৰ উত্তাল তৰঙ্গ মাৰ যোৱাৰ পিচত অথবা জগৎ প্রসনেচ্ছু ভয়ঙ্কৰ ধুমুহাৰ পিচত কিম্বা বিকাৰগ্রস্ত ৰোগীৰ বিকাৰ-নাশৰ পিচত মনত যেনেকুৱা এটি অনিৰ্ব্বচনীয় আনন্দ আহি দেখা দিয়ে, ব্রাহ্মমুহূৰ্ত্তত জগতৰ ফালে চালেও ঠিক তেনেকুৱা এটি অপূৰ্ব্ব আনন্দ উদিত হয়। সেই সময়ত মলয়াচলৰ পৰা চন্দন-গন্ধবাহী মৃদুগতি সুশীতল সমীৰণ বিচৰণ কৰে। সেই সমীৰণ সেৱন কৰিলে, শৰীৰ সুস্থ থাকে আৰু মনতো এটি সুন্দৰ স্ফুৰ্ত্তি জন্মে। সুগন্ধ মৃদু শীতল সমীৰণ যে আমালোকৰ জীৱন স্বৰূপ, ইয়াক আধুনিক শিক্ষিত সম্প্ৰদায়েও স্বীকাৰ কৰে। সেই কাৰণে আমাৰ পূৰ্ব্বাচাৰ্য্যবিলাকে বতাহ জগতৰ 'প্ৰাণ' নাম এটি ৰাখিছে। ইয়াৰ বিপৰীত আচৰণ কৰিলে বিপৰীত ফল পোৱা যায়। যথা —

প্ৰভাতে মৈথুনং নিদ্ৰা সদ্যঃ প্ৰাণ হৰানিষট্।
শুস্ক মাংসং স্ত্রিয়ো বৃদ্ধা বালাৰ্কস্তৰুণং দধি ॥

অৰ্থ— শুকান মঙহ, বয়োধিকা স্ত্ৰী, কাচি বদ, কাচিয়া দৈ গাখীৰ, প্ৰভাত কালত স্ত্ৰী সহবাস ও নিদ্ৰা, এই ছয় বিধ ব্যৱহাৰ কৰিলে আয়ুষ ক্ষয় হয়। পাঠক! এইটো পৰীক্ষা কৰি চালে নিশ্চয় বুজিব পাৰিব যে যিদিনা ব্ৰাহ্মমুহূৰ্ত্তত নিদ্ৰাৰ পৰা উঠে সিদিনা শৰীৰ ও মন কেনে লাগে। আৰু যিদিনা সেই সময়ত টোপনি মাৰি উঠে সিদিনা শৰীৰ ও মন কেনে থাকে। ইয়াক অলপ বহলাই কবলৈ চেষ্টা কৰা যাওক মানুহ কিয় সকলো প্ৰাণীৰে দেহৰক্ষাৰ উপযোগী কিছুমান স্বাভাৱিক গুণ অথবা প্ৰাণাদিপঞ্চ বায়ুৰ ও নাগাদিপঞ্চ উপপ্ৰাণ বায়ুৰ কাৰ্য্য আছে। যিবিলাক প্ৰতিবন্ধক নাথাকিলে আপোনা আপুনি হৈ থাকে, যেনে - মল-মূত্ৰ ত্যাগৰ বেগ, নিদ্ৰাৰ আবেশ, নিদ্ৰাভঙ্গৰ আবেগ, বুভুক্ষা (ভোজনেচ্ছা) তৃষ্ণা (পিপাসা) নিঃশ্বাস, প্ৰশ্বাস ইত্যাদি। এই স্বাভাৱিক কাৰ্য্যবোৰ যথা সময়ত নহলে যে দেহযন্ত্ৰৰ মহান অপকাৰ হয় ইয়াক দেখা যায়। যেনে মল ত্যাগৰ বেগ ৰোধ কৰিলে সৰ্ব্বৰোগ নিদান কোষ্ঠ বদ্ধ হয়। তাৰ পৰা অগ্নিমান্দ্য জ্বৰাদি ৰোগ জন্মে। মূত্ৰত্যাগ বন্ধ কৰিলে দেহৰ সাৰবস্তু শুক্ৰ ও আৰ্ত্তৱৰ দোষ ঘটাৰ পৰা মেহৰোগ জন্মে। নিদ্ৰাৰ আবেশ ৰোধ কৰিলে বায়ুৰোগ ওপজে আৰু ভুক্ত বস্তু জীৰ্ণ নহয়। নিদ্ৰা-ভঙ্গৰ আবেগ গুচালে অৰ্থাৎ নিদ্ৰাভঙ্গৰ সময়ত ঘুমালে শৰীৰৰ ৰস ধাতু বেচি হয়। সেই বাবে কফৰোগ আৰু আলস্যাদি জন্মে ক্ষুধাৰ উদ্বেগ সহ্য কৰিলে অৰ্থাৎ ভোক লগাত নেখালে পিত্তৰোগ শৰীৰৰ জ্বালা, বুকুৰ জ্বালা প্ৰভৃতি অসুখ হয়। আৰু নিশ্বাস ও

প্ৰশ্বাস বন্ধ কৰিলে শ্বাসযন্ত্ৰৰ ( হাওঁভাওঁৰ ) ৰোগ জন্মে। কিন্তু ইয়াতে এইখিনি পাঠকৰ ওচৰত সংক্ষেপে কৈ থওঁ যে, পুৰ্ব্বোক্ত গুণ সকলক জয় কৰিবৰ উপায় আমাৰ যোগ শাস্ত্ৰত উক্ত কৰিছে। তদনুসাৰে চলিব পাৰিলে পুৰ্ব্বোক্ত স্বাভাৱিক গুণ সমুদায় নিৰ্ব্বিঘ্নে থকাত শৰীৰ বিধান স্থায়ী হব পাৰে তাতকৈ অনেক গুণে স্থায়ী হয়। আনকি জৰা মৰণ ৰহিত হৈ সাধাৰণ দেহৰ দ্বাৰা অসাধ্য সাধন কৰিব পাৰে। নচেৎ যোগ শাস্ত্ৰোক্ত উপায় অবলম্বন নকৰি আমাৰ ইচ্ছা মতে পুৰ্ব্বোক্ত স্বাভাৱিক গুণ বা কাৰ্য্যৰ ব্যাঘাত কৰিলে পুৰ্ব্ব প্ৰদৰ্শিত দোষ জন্মি মানুহক অল্পবলী সৰ্ব্বকাৰ্য্যাক্ষম ও অল্পায়ু কৰে। সেই কাৰণে সৰ্ব্বজ্ঞ ঋষিবিলাকে নিদ্ৰাভঙ্গাদি স্বাভাৱিক কাৰ্য্যৰ কোন কোন সময়, তাক ভালকৈ বুজি চাই সেই সেই কালত সেই সেই কাৰ্য্য কৰিবৰ উপদেশ দিছে। তেনে-হলে বুজিব লাগে যে ঋষি-মুনি সকলে যে আমাক ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰা ত্যাগ কৰিবৰ কথা কৈছে সেইটোৱে স্বাভাৱিক নিদ্ৰা ত্যাগৰ উপযুক্ত সময়। ত্ৰিকালদৰ্শী ঋষি-মুনি সকলৰ কথা এৰি দি জগতৰ পশু-পক্ষী প্ৰভৃতি ইতৰ প্ৰাণীৰ ফালে চালেও বেচ বুজিব পৰা যায় যে অৰণ্যস্থ বা গৃহ-পালিত পশু-পক্ষী বিলাকে ব্ৰাহ্ম মুহূৰ্ত্তত কিয় নিদ্ৰা ত্যাগ কৰে ? সিহঁতক সেই সময়ত নিদ্ৰা ত্যাগ কৰিবৰ কথা কোনে শিকাইছে ? সেই স্বাভাৱিক গুণ বা কাৰ্য্যৰ বলেৰে সিহঁতে ব্ৰাহ্ম মুহূৰ্ত্তত জাগি মানুহতকৈ তুলনাত শতগুণে দীৰ্ঘ জীৱন লাভ নকৰে নে ? আগৰ দিনৰ হোজা মানুহবিলাকো সেই সময়ত জাগি অপাৰ আনন্দৰ নিদান স্বাস্থ্য

লাভ কৰি দীৰ্ঘজীৱী হৈ সুখেৰে সংসাৰৰ কাৰ্য্য কৰিছিল বুলি ইতিহাসে সাক্ষ্য প্ৰদান কৰে।

ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰাৰ পৰা উঠি সিদিনাৰ ধৰ্ম্ম, অৰ্থ কাম এই ত্ৰিবৰ্গৰ কি কি কৰ্ত্তব্য তাক স্থিৰ কৰিবৰ উপদেশ দিছে। যথা—

প্ৰবুদ্ধ চিন্তয়েদ্ধৰ্ম্মমৰ্থঞ্চাস্যাবিৰোধিনম্।
অপীড়য়াতয়োঃ কামামুভয়োৰপি চিন্তয়েৎ॥

অৰ্থ—নিদ্ৰাৰ পৰা উঠিযেই ধৰ্ম্ম, ধৰ্ম্মাবিৰুদ্ধ অৰ্থ আৰু ধৰ্ম্ম অৰ্থ উভয় অবিৰুদ্ধ কামা-কৰ্ম্ম বিষয় চিন্তা কৰি স্থিৰ কৰিব। অৰ্থাৎ সিদিনা কি কি ধৰ্ম্ম-কাৰ্য্য কৰা যাব, ধৰ্ম্ম বিৰোধ নোহোৱা কি কি অৰ্থোপাৰ্জ্জনৰ চেষ্টা কৰা যাব আৰু ধৰ্ম্ম ও অৰ্থ নষ্ট নোহোৱাকৈ কি কি ইন্দ্ৰিয় প্ৰীতিকৰ কাৰ্য্য কৰা হব, সেই বিষয়ৰ নিৰ্দ্ধাৰণ কৰিব। এই উপদেশটি কিমান সাৰুৱা তাক পাঠকক সামান্য ভাবে কলেই হব যে ভাবি-চিন্তি ঠিকঠাক কৰি কাৰ্য্য আৰম্ভ কৰিলে সুকলমে সমাধা হয়। বিশৃঙ্খলা ভাবে কাৰ্য্য আৰম্ভ কৰিলে কাৰ্য্য কৰি উঠা টান হয়। সেই গতিকে নীতি শাস্ত্ৰকাৰু বিষ্ণু শৰ্ম্মাই কৈছে যে—

সুচিন্ত্যচোক্তং সুবিচাৰ্য্যযৎকৃতং
সুদীৰ্ঘকালেঽপি ন যাতি বিক্ৰিয়াম্॥

অৰ্থাৎ ভালকৈ ভাবি-চিন্তি কোৱা কথা আৰু ভালকৈ ভাবি-চিন্তি কৰা কাৰ্য্য বহু কাললৈকো নষ্ট নহয়। প্ৰিয় পাঠক। পুৰ্ব্বে কোৱা হৈছে—ব্ৰাহ্ম মুহূৰ্ত্তত নিদ্ৰাৰ পৰা জাগি বিচনাতে

যদি দেৱতা ও ঋষি সকলক স্মৰণ কৰিব। সেই সকল কোন. তাকে বিশ্বপুৰাণত লিখিছে। যথা—

ব্ৰহ্মা মুৰাৰিস্ত্ৰিপুৰান্তকাৰী ভানুঃ শশী ভূমি সুতো বুধশ্চ।
গুৰুশ্চ শুক্ৰঃ শনি-ৰাহু-কেতু কুৰ্ব্বন্তু সৰ্ব্বে মম সুপ্ৰভাতম্ ॥

অৰ্থ—ব্ৰহ্মা, বিষ্ণু, শিৱ, সূৰ্য্য, চন্দ্ৰ, মঙ্গল, বুধ, বৃহস্পতি, শুক্ৰ, শনি, ৰাহু, কেতু এই সকলে মোৰ সুপ্ৰভাত কৰক। ইযাৰ দ্বাৰা এইখিনি উপদেশ পোৱা যায় যে নিদ্ৰাৱস্থাত জগতৰ সকলোকে পাহৰি মৃতবৎ আছিলো। এতিয়া জাগৰিত হৈয়ে নব-জীৱন পোৱাৰ দৰে হলোঁ। গতিকে বিশ্বব্ৰহ্মাণ্ডৰ সকলোকে জানিব লগা হলোঁ; অৰ্থাৎ বিশ্ব ৰূপটিৰ বিষয় ভাবিব লগা হলোঁ। আৰু ব্ৰহ্মা, বিষ্ণু, শিৱক স্মৰণ কৰাৰ পৰা সৃষ্টি, স্থিতি, লয়ৰ চিন্তাৰ লগে লগে জগতৰ সকলো তত্বকে জানিব লগা হলোঁ। অৰ্থাৎ এই পৰিদৃশ্যমান বৃহৎ ব্ৰহ্মাণ্ড যেনেকৈ প্ৰথমে ৰজোগুণেৰে জন্মে, মাজত সত্বগুণেৰে অবস্থান কৰে, আৰু অন্তত তমোগুণেৰে বিলয় প্ৰাপ্ত হয়, তেনেকৈ মোৰ এই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডৰূপ শৰীৰটোৰো জন্ম হৈছে যেতিয়া অৱশ্যে কিছুদিনৰ পিচত মৃত্যু নিশ্চিত গতিকে এই নশ্বৰ দেহেৰে অসৎ কাৰ্য্য নকৰি সৎ কাৰ্য্য কৰি উত্তৰোত্তৰ আত্মোন্নতি লাভ কৰা নিতান্ত উচিত। এনেকৈ নিশ্চয় কৰি ব্ৰহ্মাদেৱক স্মৰণ কৰাৰ মানে ভাবিব লাগে হে ব্ৰাহ্মণ। তোমাৰ ওপৰত সৃজনৰ ভাৰ আছে। অতএব তুমি অনুগ্ৰহ কৰি মোৰ উন্নতিৰ অৰ্থে যি যি গুণ, ক্ৰিয়া আৰু দ্ৰব্যৰ আৱশ্যক হয় সেই সকলোৰে

সৃষ্টিকৰা। বিষ্ণুক স্মৰণ কৰাৰ মানে — হে বিষ্ণো! তোমাৰ ওপৰত স্থিতিৰ ভাৰ আছে। অতএব তুমি মোৰ উন্নতিৰ অৰ্থে যিসকলক পূৰ্ব্বোক্ত গুণাদিৰ আৱশ্যক হয় সে সকলোকে স্থাপন কৰা। ৰুদ্ৰক স্মৰণ কৰাৰ মানে — হে ৰুদ্ৰ! তোমাৰ ওপৰত সংহাৰৰ ভাৰ আছে। অতএব তুমি মোৰ উন্নতিৰ নিমিত্তে যি সকল পূৰ্ব্বোক্ত গুণাদিৰ অভাৱ আৱশ্যক হয়, সেই সকলো সংহাৰ কৰা। এই দৰে নিতৌ ৰাতিপুৱাই কোনো কাৰ্য্যত লিপ্ত নোহোৱাতেই যদি চিন্তা কৰিব পাৰে তেন্তে প্ৰতি দিনৰ কাৰ্য্যবোৰ ক্ৰমাৎ সৎ হবৰ নিতান্ত সম্ভৱ মুযুলি থাকিব নোৱাৰি।

সূৰ্য্যাদি গ্ৰহক স্মৰণ কৰিব দিয়াৰ পৰা যে কি এটি অলৌকিক বৈজ্ঞানিক তত্বৰ উল্লেখ কৰিছে, পাঠকক অলপ বুজাবলৈ চেষ্টা কৰোঁ। যি তত্ব আজিলৈকে কোনো ইদানিন্তন বৈজ্ঞানিকে উলিয়াব পৰা নাই, সেই তত্ব এই ৰাসায়নিক প্ৰক্ৰিয়াৰে দ্ৰব্য গুণৰ পাৰ্থক্য মনে দেখা যায়, অৰ্থাৎ আয়ুৰ্ব্বেদোক্ত ঔষধবিলাকৰ অথবা ডাক্তৰী ঔষধবোৰৰ টপা দানবিলাকৰ তাৰতম্যানুসাৰে ভিন্ন ভিন্ন ঔষধ প্ৰস্তুত হয় আৰু সেই সেই ঔষধৰ যেনে ভিন্ন ভিন্ন গুণ দেখা যায়। তেজোবহুল পদাৰ্থবিলাকৰ তেজ সম্মিশ্ৰণৰ তাৰতম্যানুসাৰে সেই তেজ (ৰশ্মি) পোৱা স্থাৱৰ জঙ্গমৰ বেলেগ বেলেগ গুণ জন্মে। এই কথা সুব্যক্ত কৰিব লাগিলে কোৱা যায় যে প্ৰত্যেক মানুহৰে শৰীৰ ক্ষিত্যাদি পঞ্চ মহাভূতৰ বিকাৰ মাথোন। তাৰ ভিতৰত এজন পণ্ডিত আন জন মূৰ্খ। এজন শিষ্ট অন্যজন দুষ্ট ইত্যাদি গুণৰ বা কাৰ্য্যৰ তাৰতম্য কিয় দেখা যায়;

তাৰ কাৰণ সেই জ্যোতিক মণ্ডলৰ তেজঃ প্ৰাপ্তি। সংসাৰত যিমান-বিলাক তেজীয়ান বস্তু আছে তাৰ ভিতৰত সূৰ্য্যাদি নবগ্ৰহই সমধিক। সন্তান বা বস্তু ওপজা মাত্ৰেই সেই নবগ্ৰহৰ তেজ সজীৱ শৰীৰত প্ৰবেশ কৰে। তেতিয়া কোন গ্ৰহৰ কিমান তেজ পালে আৰু তেজ পোৱাৰ কি কি গুণ বৰ্ত্তিল বা বৰ্ত্তিব সেইটোকে বিজ্ঞান দ্বাৰা ঠিক কৰি আমাৰ পূৰ্ব্ব পুৰুষ ঋষি মুনি সকলে ফলিত জ্যোতিষ শাস্ত্ৰ নিৰ্ম্মাণ কৰি আমাক জানিব দিছে। যেনে সূৰ্য্য মেষ ৰাশিৰ ২য় অংশত চন্দ্ৰ কৰ্কট ৰাশিৰ পঞ্চম অংশত আছে। এনেকৈ মঙ্গলাদি গ্ৰহ বেলেগ বেলেগ ৰাশিৰ বেলেগ বেলেগ অংশত বা এক ৰাশিৰ এক অংশত অথবা ভিন্ন অংশত আছে এতিয়া বহিৰ্জ্জগতত সম্বন্ধ হোৱা সময়ত কাৰপৰা কিমান তেজ পালে আৰু তাৰ কি ফল এই তত্ত্ব আবিষ্কাৰ কৰিবলৈ আজি-কালিৰ জড় বিজ্ঞানে কিমান খিনি অগ্ৰসৰ হব পাৰিছে ও পাৰিব সেই বিষয়ৰ সত্য মীমাংসা কৰিবলৈ মই পাঠককে অনুৰোধ কৰিলো। এই বিষয়ে অতি সাহসেৰে কব পাৰোঁ যে এই তত্ত্ব আবিষ্কাৰক ঋষিসকল ইদানীন্তন বৈজ্ঞানিকপ্ৰবৰ সকলতকৈ বহুত ওপৰ খাপত। এতিয়া পাঠকে কব পাৰে যে সেই গ্ৰহবিলাকৰ তেজ (ৰশ্মি) আমি যাৰ যিমান খিনি পাইছো তাৰ ফল আমি ভোগ কৰিছো ও কৰিম। এতিয়া আকৌ ৰাতি পুৱাই সিবিলাকক কাবৌ কৰাৰ পৰা আমাৰ কি হব। ইয়াৰ উত্তৰত কোৱা যাব যে আমি হিন্দু, হিন্দুয়ে সদায় সাগৰ নদ-নদী, ভূমি—পৰ্ব্বত, গ্ৰহ—উপগ্ৰহ প্ৰভৃতি সকলোতে এটি তদধিষ্ঠাতা দেবতা আছে বুলি স্বীকাৰ কৰো।

আৰু সেই দেৱতাসকল সন্তুষ্ট হলে ভক্তৰ মনোৰথ পূৰ্ণ কৰে বুলিও মানে। গতিকে পূৰ্ব্ব কথিত তেজ: প্ৰাপ্তিৰ পৰা আমাৰ বেয়া হব লগা হলেও বা অধিষ্ঠাতা সূৰ্য্যাদি দেৱতাৰ অনুগ্ৰহ হলে সকলো বেয়া গুচি ভাল হব পাৰে। সেই নিমিত্তে ঋষি-বিলাকে ব্যক্তি পুৱাই সূৰ্য্যাদি দেৱতাৰ অনুগ্ৰহ পাবলৈ আমাক "কুৰ্ব্বন্তু সৰ্ব্বে মম সুপ্ৰভাতম্" বুলি স্তুতি কৰিব কৈছে।। আন প্ৰকাৰে কবলৈ গলে জগতত দেখা যায় যে যিবোৰ বস্তুয়ে সূৰ্য্যৰ তেজ (ৰ'দ) কম পাই সেইবোৰ বস্তু দুৰ্ব্বল শিথিল ও অকৰ্ম্মণ্য হয়। আৰু যিবোৰে তাক পায় সেইবোৰ সবল দৃঢ় ও কৰ্ম্মঠ হয় ই নিশ্চিত। তেনেহলে ব্যক্তি পুৱাই কৰ্ম্মক্ষেত্ৰত প্ৰবিষ্ট হোৱাৰ আগেয়ে তেজ: পুঞ্জ সূৰ্য্যাদি গ্ৰহৰ আকাৰৰ ধ্যানদ্বাৰা কৰ্ম্ম-শক্তি লাভ কৰা নিতান্ত উচিত বিবেচনা কৰি সূৰ্য্যাদি গ্ৰহৰ চিন্তা কৰিবলৈ উপদেশ দিছে। এইদৰে শৰীৰ ও মন সতেজ কৰিবলৈ গুৰুদেৱৰ স্মৰণ বন্দন কৰিবৰ উপদেশ দিছে। যথা—

প্ৰাতঃ শিৰসি শুক্লাব্জে দ্বিনেত্ৰং দ্বিভুজং গুৰুম্।
প্ৰসন্ন বদনং শান্তং স্মৰেত্তন্নাম পূৰ্ব্বকম্॥১
নমোঽস্তু গুৰবে তস্মৈ ইষ্টদেৱ স্বৰূপিণে।
যস্য বাক্যামৃতং হন্তি বিষং সংসাৰসংজ্ঞকম্॥২

অৰ্থ — যোগ শাস্ত্ৰোক্ত মস্তকস্থিত সহস্ৰদল শুক্ল কমলত দ্বিনেত্ৰ প্ৰসন্ন মুখ শান্ত নৰৰূপী গুৰুদেৱৰ নাম গ্ৰহণ পূৰ্ব্বক স্মৰণ কৰিব। সেই ইষ্ট দেৱতাৰ স্বৰূপ শ্ৰীশ্ৰীগুৰুদেৱক নমস্কাৰ কৰো। যাৰ উপদেশ ৰূপ অমৃতে সংসাৰ ৰূপ বিষক নাশ কৰে

অৰ্থাৎ নিদ্ৰাৰ পৰা উঠিয়েই পূৰ্ব্ব প্ৰদৰ্শিত স্বহস্ত্ৰ আওৰ পৰিচয় হোৱাৰ পিচত্ত শৰীৰ ও মন কৰ্ম্মঠ কৰিবলৈ ক্ষুদ্ৰ ব্ৰহ্মাণ্ড ৰূপ শৰীৰৰ লগত্ত পৰিচয় হব। যোগশাস্ত্ৰোক্ত নিয়ম অনুসাৰে আদৰ্শ পুৰুষ স্বৰূপ গুৰুক চিন্তা কৰিব। ইহ জগতত্ত কোনো প্ৰাণীয়ে অনুকৰণ নকৰাকৈ কোনো কাৰ্য্যকে শিকিব নোৱাৰে. এই কথা বহলাই নকলেও প্ৰুৱ স্নুবুলি কোনেও নোৱাৰে; তেন্তে আধ্যা-ত্মিক—তাতো এজন আদৰ্শ পুৰুষৰ আৱশ্যক কিয় নহব? সেই কাৰণে তন্ত্ৰ শাস্ত্ৰত কিয় পুৰাণাদিতো গুৰুৰ ওচৰত উপদেশ গ্ৰহণ নকৰিলে জীৱন নিষ্ফল বুলি পুনঃ পুনঃ উক্ত কৰিছে। বৰ দুখৰ বিষয় আধুনিক ভাৰতত গুৰুভাগুণগতা নহৈ বংশগতা ও ব্যৱসায়ৰূপাহে উঠিছে। প্ৰথম শ্লোকত সাধক, গুৰু ও দেৱতা এই তিনিৰ পাৰ্থক্য জ্ঞান কোৱাৰ পিচত ২য় শ্লোকত দ্বৈত জ্ঞানৰ অধিকাৰী হবলৈ উপদেশ দিছে। অৰ্থাৎ গুৰুদেৱক দেৱতা স্বৰূপ বুলি ভাবিব দি সাধকক সাধনা সোপানৰ ২য় খাপলৈ উঠিবৰ উপদেশ দিছে। ইয়াৰ পিচত সাধনাৰ সৰ্ব্বোচ্চ স্থান আৰোহণ কৰিবৰ উপদেশ দিছে। যথা—

অহং দেৱো নচান্যোঽস্মি ব্ৰহ্মৈ বাহং নশোকভাক্।
সচ্চিদানন্দ ৰূপোঽহং নিত্য মুক্ত স্বভাববান্॥

অৰ্থ—মই দেৱ ভিন্ন অন্য কোনো নহওঁ। মই অদ্বিতীয় ব্ৰহ্ম, শোককাৰী নহওঁ, মই নিত্যমুক্ত স্বভাৱ সচ্চিদানন্দ। ইয়াৰ দ্বাৰা সাধকক দ্বৈত জ্ঞান বিষয় চিন্তা কৰাৰ পিচত সৰ্ব্ব দৰ্শনসাৰ বেদান্ত দৰ্শনৰ চৰম উদ্দেশ্য অদ্বৈত জ্ঞানৰ অধিকাৰী হবলৈ প্ৰত্যহ

ভৱিষয় ভাবনা কৰিবৰ উপদেশ দিছে। উক্ত অদ্বৈত জ্ঞান লাভৰ প্ৰকৃষ্ট উপায় বুলি বি ভক্তি যোগটি বিশদ কৰি ব্যাসদেৱে কণ্ঠত শ্ৰীমদ্ভাগৱত নামে সুবৃহৎ গ্ৰন্থখনি ৰচিত হৈছে; সেই ভক্তি যোগৰ সাৰ-তত্ত্বখিনি নিম্নলিখিত শ্লোক দুটিৰ দ্বাৰা সাধকক বুজাইছে। যথা—

লোকেশ! চৈতন্য ময়াধিদেৱ! শ্ৰীকান্ত! বিষ্ণো! ভবদাজ্ঞয়ৈৱ।
প্ৰাতঃ সমুত্থায় তব প্ৰিয়াৰ্থং সংসাৰ যাত্ৰামনুবৰ্ত্তয়িষ্যে ॥১॥
জানামি ধৰ্ম্মং নচমে প্ৰবৃত্তিঃ জানাম্যধৰ্ম্মংনচমে নিবৃত্তঃ।
ত্বয়া হৃষীকেশ! হৃদিস্থিতেন যথানিযুক্তোহস্মি তথা কৰোমি ॥২॥

অৰ্থ—হে লোকেশ্বৰ! হে চৈতন্যময়! হে অধিদেৱ! হে লক্ষ্মীকান্ত! হে বিষ্ণো! তোমাৰ প্ৰীতিৰ নিমিত্তে তোমাৰ আদেশানুসাৰে ৰাতি-পুৱাই উঠি সংসাৰৰ কাৰ্য্যসকল সম্পাদন কৰিম। মই ধৰ্ম্ম জানো কিন্তু তাত মোৰ স্বতঃ প্ৰবৃত্তি নজন্মে, আৰু মই অধৰ্ম্ম জানো কিন্তু তাত মোৰ স্বতঃ নিবৃত্তি নহয়। হে হৃদয়েশ্বৰ! হৃদয়স্থ হৈ তুমি মোক যেনেকৈ নিযুক্ত কৰা মই তেনেকৈ কাৰ্য্য কৰিম। পাঠক ইয়াৰ দ্বাৰা কি সুন্দৰ উপদেশ পোৱা যাই। অনাসক্তভাৱে যে সমস্ত কাৰ্য্য কৰিব লাগে, আৰু সেই কাৰ্য্যৰ ফলে যে আমাক বন্ধন কৰিব নোৱাৰে তাক বুজাইছে। উপদেশটি দৃষ্টান্তৰ দ্বাৰা অলপ ব্যক্ত কৰা যাওক। আমি চাকৰ ৰাখি খেতি বাতি সকলোকে কৰোঁ, সেই খেতিৰ লাভালাভ কাৰ? গৰাকীবনে চাকৰৰ? ইয়াত পাঠকে ভৰস্তে কব যে ইয়াত চাকৰৰ লাভ লোকচান একো নাই। লাভা-লাভ যিহয় যি সকলো গৰাকীৰহে হব। তেনেহলে সংসাৰৰ যি

কাৰ্য্য আমি কৰোঁ। তাৰ ভাল বেয়া ফল আমি কিয় ভুগিম ? আমাক লাগে বুলি আমাৰ ইচ্ছামতেতো কৰা নাই। যাৰ হুকুম মতে যাৰ নিমিত্তে কাৰ্য্য কৰা হৈছে তেওঁ তাৰ ফল পায় পাওক, নেপায় নেপাওক আমাৰ তাত লাভ লোকচান কিয় হব ? এইখিনি ভাব পাবৰ নিমিত্তে পূৰ্ব্বোক্ত শ্লোক দ্বয় পাঠ কৰিব দিছে। শান্তিময়ী নিদ্ৰাদেবীৰ কোলাৰ পৰা উঠি বিষয় সৰ্প ধৰাৰ আগেয়ে মন্ত্ৰস্বৰূপ পূৰ্ব্ব কথিত শ্লোককেইটা আগ্ৰহেৰে পাঠ কৰি পূৰ্ব্ব প্ৰদৰ্শিত অভিপ্ৰায় হৃদয়ত ৰাখিলে পাপ কাৰ্য্য কৰিবলৈ মানব কদাপি অগ্ৰসৰ হব নোৱাৰে। তেতিয়া সেই ভাবে তেওঁ যি কাৰ্য্য কৰে সি মন্ত্ৰমুগ্ধ সাপৰ নিচিনা একো অনিষ্ট কৰিব নোৱাৰে। ইয়াৰ পিচতে ইচ্ছাশক্তি ও ক্ৰিয়াশক্তি প্ৰবল কৰিবৰ নিমিত্তে পুৰাণ-শাস্ত্ৰ বৰ্ণিত জগতৰ আদৰ্শ মহাপুৰুষ ও সতী তিৰোভাবিলাকক পুৰুষ স্ত্ৰীভেদে স্মৰণ কৰিবৰ কথা কৈছে। যথা—মহাভাৰতে।

পুণ্যশ্লোকো নলোৰাজা পুণ্যশ্লোক জনাৰ্দনঃ।
পুণ্যশ্লোকা চ বৈদেহী পুণ্যশ্লোকো যুধিষ্ঠিৰঃ॥
অহল্যা দ্ৰৌপদী কুন্তী তাৰা মন্দোদৰী যথা।
পঞ্চকন্যাঃ স্মৰেন্নিত্যং মহাপাতক নাশনম্॥
কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনো নাম ৰাজাবাহু সহস্ৰভৃৎ।
যেন সাগৰ পৰ্য্যন্তা ধনুষা নিৰ্জ্জিতা মহী॥
যোঽস্য সঙ্কীৰ্ত্তয়েন্নাম কল্যমুত্থায় মানবঃ।
ন তস্য বিত্তনাশঃ স্যান্নষ্টঞ্চ লভতে পুনঃ॥

ইয়াৰ অৰ্থ সুবোধ গভিকে অনুবাদ দিয়া নহল। পূৰ্ব্বোক্ত মহাপুৰুষ ও সতীবিলাকৰ নাম স্মৰণ কৰাৰ তাৎপৰ্য্য এই যে সংসাৰৰ কাৰ্য্য কৰাৰ আগেয়ে সিবিলাকৰ চৰিত্ৰৰ কথা মনতে আলোচনা কৰিব। আৰু সিবিলাকে যেনেকৈ নিয়ত কষ্ট কৰি ও কৰ্ত্তব্য পথৰ পৰা অলপো ভ্ৰষ্ট নোহোৱাকৈ অভ্ৰান্ত চিত্তে কৰ্ত্তব্যৰ অনুসৰণ কৰি জগতত আদৰ্শ হৈছে আজি মইয়ো সেই ভাবে কাৰ্য্য কৰিম। তাৰ পিচত—

" সমুদ্ৰমেখলে! দেবি। পৰ্ব্বতস্তন মণ্ডলে।
বিষ্ণোঃপত্নি! নমস্তুভ্যং পাদস্পৰ্শং ক্ষমস্বমে॥"

এই মন্ত্ৰ উচ্চাৰণ কৰি সৰ্ব্বাধাৰ স্বৰূপা পৃথিবীৰ ( তদধিষ্ঠাত্ৰী দেবীৰ) ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি "প্ৰিয়দত্তায়ৈ ভুবে নমঃ"। এই মন্ত্ৰেৰে সেৱা কৰি প্ৰথমে দক্ষিণ ভৰি মাটিত দিব। ইয়াৰ দ্বাৰা এই বুজাইছে যে উপকাৰীৰ ওচৰত মানুহে কৃতজ্ঞতা প্ৰকাশ কৰি তেওঁৰ ওচৰত সদায় অৱনত মস্তকহৈ থাকিব লাগে। বামাঙ্গতকৈ দক্ষিণ অঙ্গক বেছিকৈ খটোৱাৰ কাৰণে বামাঙ্গতকৈ দক্ষিণাঙ্গক কাৰ্য্যক্ষম দেখা যায়। গতিকে নিদ্ৰাৱস্থাত গমন নথকা প্ৰযুক্ত অৱশ হোৱাই খাট পালঙ্ প্ৰভৃতি উচ্চ স্থানৰ পৰা নামোতে প্ৰথমে আগভৰিখন মাটিত দি নমাত পড়িবৰ আশঙ্কা কম, সেইকাৰণে প্ৰথমে আগভৰি মাটিত দিবৰ কথা কৈছে। যাৰ বামপাদ বেচি কাৰ্য্যক্ষম, তেওঁ বাম ভৰিখনকে আগেয়ে মাটিত দিব। তাত একো দোষ নহয়। কেবল নমাত সাৱধান হব দিছে। ইয়াৰ পিচত ঘৰৰপৰা বাহিৰলৈ আহি

সাত্ত্বিক আৰু পবিত্ৰ নিম্নলিখিত বস্তু কেইবিধ দেখিবৰ কথা কৈছে। যথা—

শ্ৰোত্ৰিয়ং সুভগামগ্নিং গাঞ্চৈবাগ্নিচিতিস্তথা।

প্ৰাতৰুত্থায় যঃ পশ্যেদাপদ্ভ্যঃ স বিমুচ্যতে ॥

অৰ্থ— বেদজ্ঞ, সতী, অগ্নি, গৌ, সাগ্নিক ব্ৰাহ্মণক ৰাতিপুৱাই দেখা মানুহক আপদে নেপাই। অৰ্থাৎ এইবিলাক জগতৰ পৰম উপকাৰী সাত্ত্বিক ও পবিত্ৰ বস্তু। এইবিলাকক দেখি তেওঁবিলাকৰ দৰে হবলৈ ইচ্ছা ও যত্ন কৰিব লাগে। তেনে কৰিলে তেনেকুৱা মানুহক বিপদে সহজে স্পৰ্শ কৰিব নোৱাৰে। আৰু কৰিলেও বেচি দিন তিষ্ঠিব নোৱাৰে এই ভাবখিনি পৰোক্ত শ্লোকৰ অৰ্থৰ ফালে লক্ষ্য কৰিলে অনায়াসে বুজিব পৰা যায়। যথা—

পাপিষ্ঠং দুৰ্ভগাং মত্তং নগ্নমুৎকৃত্তনাসিকং।

প্ৰাতৰুত্থায় যঃ পশ্যেত্তৎ কলেৰুপলক্ষণম্ ॥

অৰ্থ— ৰাতিপুৱাই উঠি যোনে অত্যন্ত পাপী, অসতী, মদহী, লেঙটা, (নিলৰ্জ্জ) নাক কটা (অতিশয় পাপ কৰাৰ কাৰণে) মানুহক দেখে তাক কলিয়ে (পাপে) আগুৰি ধৰে। ইয়াৰ ভাবাৰ্থ এইযে ৰাতিপুৱাই উঠিয়েই তমোগুণ সম্পন্ন উক্ত পাপীষ্ঠ প্ৰভৃতিক দেখিলে সিহতৰ বেয়া গুণৰ (দোসৰ) ফালে মন যাব আৰু সেয়েই হলে পাপ হবৰ নিতান্ত সম্ভাৱনা। এতিয়া পাঠকৰ প্ৰশ্ন উঠিব পাৰে যে পুৰ্ব্বোক্ত কাৰ্য্য কলাপ এদিন কৰিলে নহয় নে? সদায়নো কিয় কৰিব লাগে? ইয়াতে কব পাৰি যে পুৰ্ব্বোক্ত কাৰ্য্য-কলাপ এদিন কিয়, এক জীৱন এক জীৱন কিয়, সহস্ৰ সহস্ৰ জীৱনতো সিদ্ধ হয়

নে নহয় সন্দেহ। গতিকে পূৰ্ব্ব প্ৰদৰ্শিত উদ্দেশ্যৰ কণা মাত্ৰও প্ৰতি দিনে লাভ কৰিব পাৰিলেও পৰম মঙ্গল। এই ভাবসকল শ্ৰীমদ্ভাগৱত গীতাত উক্ত কৰা অভ্যাস যোগক আশ্ৰয় কৰিলেহে কথঞ্চিত উদিত হব পাৰে। বোধকৰো জগতত এনে কোনো মানুহ নাই যোনে এবাৰ মাথোন দৰ্শন শ্ৰৱণ বা অধ্যয়ন কৰিলেই সেই ভাববিলাক সম্পূৰ্ণ আয়ত্ত কৰিব পাৰে। কাজেই ইমান জটিল আধ্যাত্মিক ভাবত অধিকাৰ অভ্যাস যোগৰ অৱলম্বন নোলোৱাকৈ কোনো মতে হব নোৱাৰে। সেই নিমিত্তে দুৰদৰ্শী ঋষি সকলে নিত্যে পুৰ্ব্বোক্ত কাৰ্য্যানুষ্ঠান কৰিবলৈ উপদেশ দিছে।

## উপসংহাৰ

ব্ৰাহ্মমুহূৰ্ত্তত নিদ্ৰাৰ পৰা জাগি দৈনন্দিন কৰ্ত্তব্য ধৰ্ম্ম, অৰ্থ, কাম এই ত্ৰিবিধ নিৰ্দ্ধাৰণ কৰিব। পিচত "ব্ৰহ্মামুৰাৰি স্ত্ৰিপুৰান্তকাৰী" ইত্যাদি মন্ত্ৰ পাঠ কৰি পৰমেশ্বৰৰ অসীম ক্ষমতাৰ ফল স্বৰূপ বিশ্ব-ৰূপৰ কথা আলোচনা বিশ্বৰ নশ্বৰত্বৰ বোধ, অত্মোন্নতিৰ অৰ্থে আৱশ্যকীয় বস্তুৰ প্ৰাৰ্থনা, আত্মোন্নতিৰ প্ৰতিকূল বস্তু খণ্ডনৰ প্ৰাৰ্থনা মন ও শৰীৰক বলবান কৰিব। তাৰ পিচত "প্ৰাতঃশিৰসি শুক্লাজ" ইত্যাদি মন্ত্ৰৰ দ্বাৰা নৰৰূপী গুৰুদেৱক আদৰ্শ স্থানীয় কৰিবলৈ "নমস্তে গুৰবেতস্মৈ" এই মন্ত্ৰৰ দ্বাৰা দ্বৈত জ্ঞানৰ আলোচনা কৰিব। অনন্তৰ "অহং দেবো নচান্যোঽস্মি" এই মন্ত্ৰেৰে অদ্বৈত বোধ বিষয়ক ভাবনা কৰি "লোকেশ চৈতন্যময়াধিদেৱ" ইত্যাদি মন্ত্ৰেৰে

অদ্বৈতবোধ সাধক ভক্তিযোগৰ আলোচনা কৰি নিষ্কাম কৰ্ম্ম কৰিবৰ প্ৰতিজ্ঞা কৰিব। তদনন্তৰ "পুণ্যশ্লোকো নলোৰাজা" ইত্যাদি মন্ত্ৰ পাঠ কৰি আদৰ্শ পুৰুষ মানিবলৈ "সমুদ্ৰ মেখেলেদেৱী" ইত্যাদি মন্ত্ৰেৰে সৰ্ব্বাধাৰ স্বৰূপা পৰমোপকাৰিণী পৃথিৱী দেৱীৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি তেওঁৰ ওচৰত অপৰিহাৰ্য্য দোষ কৰাৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে সৈতে নমস্কাৰ কৰি সাৱধান হৈ যিখন ভৰি যেচি চলে সেই ভৰিখন মাটিত দিব। এতদনন্তৰ ঘৰৰ পৰা বাহিৰলৈ আহি সত্বগুণ বৰ্দ্ধক "শ্ৰোত্ৰিয়ং সুভগামশ্বিং" এই বচনোক্ত বেদজ্ঞাদিক চাব তমোগুণ বৰ্দ্ধক "পাপিষ্ঠ দুৰ্ভগাংমন্তং" এই বচনোক্ত পাপিষ্ঠাদিক নেচাব।

ইত্যাচাৰবিজ্ঞানে প্ৰাতঃকৃত্য প্ৰকৰণম্।

# আচাৰ তত্ত্ব

প্ৰাতঃ কৃত্যৰ পিচত অঙ্গিৰা মুনিয়ে কৈছে যে

উত্থায় পশ্চিমে ৰাত্ৰেস্তত আচম্য চোদকম্।
অন্তৰ্দ্ধায় তৃণৈৰ্ভূমিং শিৰঃ প্ৰাবৃত্য বাসসা ॥
বাচং নিয়ম্য যত্নেন ষ্ঠীবনোচ্ছ্বাস বৰ্জ্জিতঃ।
কুৰ্য্যান্মূত্ৰপুৰীষেতু শুচৌ দেশে সমাহিতঃ ॥

অৰ্থ—ৰাতি পুৱাই উঠি মুখ চকু ধুই মুৰত কাপোৰ বান্ধি মাটিত তৃণাদি পাৰি তৈ মল মূত্ৰ ত্যাগ কৰিব। তেতিয়া কথা নকব। অতি যতনেৰে থু নেপেলাব আৰু উশাহ নলব। পাঠক!, ইতি পূৰ্ব্বে কোৱা হৈছে যে আমাৰ দেহ ৰক্ষাৰ উপযোগী কাৰ্য্য কলাপৰ যি যি উপযুক্ত সময়, তাক বিবেচনা কৰি ঋষি সকলে শাস্ত্ৰত লিখি থৈ গৈছে। এতিয়া এই বচনত প্ৰাতঃ কৃত্যৰ পিচত অৰ্থাৎ সূৰ্য্যোদয়ৰ পূৰ্ব্বতে মল মূত্ৰ ত্যাগৰ কাল নিৰূপণ কৰিছে। মল মূত্ৰ ত্যাগৰ ও তাৰ কালৰ বিষয়নো কি যুক্তি পোৱা যায়, তাৰে অলপ আলোচনা কৰা যাওক। অহাৰ্য্য বস্তুৰ পৰিত্যাজ্য কঠিন ভাগেই মল। তাৰে পৰিহাৰ্য্য ৰস ভাগেই মূত্ৰ। এই দুবিধ বস্তুৰ কিছুমান দেহৰক্ষাৰ উপযোগী, তদতিৰিক্তবোৰ শৰীৰৰ অপকাৰী। সেই নিমিত্তে প্ৰাতঃ কৃত্যত উক্ত কৰা দেহ-

ৰক্ষাৰ উপযোগী স্বাভাৱিক বায়ুৱে তাক যথা কালত উলিয়াবলৈ প্ৰতিবন্ধক নাথাকিলে চেষ্টা কৰে, কিযনো সেই দুবিধ বিষস্বৰূপ। ই শৰীৰত থাকিলে সকলো ৰোগ জন্মাব পাৰে। সেই নিমিত্তে বিষ্ণুধৰ্ম্মোত্তৰত লিখিছে যে— "বেগৰোধং ন কৰ্ত্তব্যমন্যত্ৰ ক্ৰোধ-বেগতঃ"॥ অৰ্থাৎ ক্ৰোধত কৈ আনৰ (মল মুত্ৰাদিৰ) বেগৰোধ নকৰিব। ক্ৰোধৰ হলে বেগ ৰোধ কৰিব। আয়ুৰ্ব্বেদতো লিখিছে যে "ন বেগিতোঽন্য সিদ্ধিঃ স্যাৎ নাজিহ্মা সাধ্যমাময়ম্॥" অৰ্থাৎ মল মুত্ৰৰ বেগ ধাৰণ কৰা মানুহৰ তাক পৰিত্যাগ নকৰালৈকে একো কাৰ্য্য সিদ্ধি নহয়। পাঠক! এই কথা অৱশ্য স্বীকাৰ কৰিব যে কোনো কাৰ্য্য আৰম্ভ কৰাৰ পিচত যদি মল মুত্ৰৰ বেগ হয়, তেন্তে সেই কাৰ্য্যত কেতিয়াও মন নালাগে। মনত এটা বৰ উদ্বেগ উপস্থিত হয়। আৰু মল মুত্ৰ ত্যাগ যদি ভালকৈ নহয়, অৰ্থাৎ দস্ত পৰিস্কাৰ ও মুত্ৰ পৰিস্কাৰ যদি নাথাকে, তেন্তে মন ও শৰীৰত স্ফূৰ্ত্তি নাথাকে। ইয়াৰ পৰা এইখিনি প্ৰতিপাদন কৰা হল যে পৰিস্কাৰৰূপে মল মুত্ৰ পৰিত্যাগ বিষয়ত আমি বিশেষ যত্ন-বাণ হব লাগে। ইয়াত অলপো সন্দেহ নাই। এতিয়া মল মুত্ৰ ত্যাগৰ কালৰ বিষয় আলোচনা কৰিলে বুজিব পাৰা যায় যে মল মুত্ৰ পৰিত্যাগ কাৰ্য্যটো আমাৰ অত্যান্ত আৱশ্যকীয়, আৰু উদ্বেগ হলে তাক নকৰাকৈ থাকিবও নোৱাৰি। সেইদেখি কোনো কাৰ্য্য আৰম্ভ নকৰাতেই মল মুত্ৰ ত্যাগ কৰি উঠা ভাল। পশু পক্ষীৰ দৰে মানুহে যেতিয়াই তেতিয়াই য'তে ত'তে মল মুত্ৰ পৰিত্যাগ যে কৰিব নোৱাৰে, তাক কোৱা বাহুল্য। সেইদেখি তাৰ এটা কাল

নিৰ্দ্ধাৰণ কৰিলোৱা সকলোৱে উচিত। সেই নিমিত্তে পূৰ্ব্বেই কোৱা হৈছে যে, যি কাৰ্য্যৰ যি কাল উপযুক্ত তাক বহুদৰ্শী ঋষি সকলে চাই চিন্তি আমাক সেই কাম সেই কালত কৰিবলৈ উপদেশ দিছে। এতিয়া কথা হৈছে যে ঋষি সকলে মল মূত্ৰ পৰিত্যাগৰ কাল প্ৰাতঃকালক কিয় ধৰিলে। এই বিষয়ে কব পাৰা যায় যে কিছু কাৰ্য্য কৰাৰ পিচত মল মূত্ৰ পৰিস্কাৰ ৰূপে পৰিত্যাগৰ সম্ভাৱনা খুব কম। কাৰণ অইন কাৰ্য্য কৰাত মস্তিষ্ক পৰিচালনা নহৈ অৱশ্য থাকিব নোৱাৰে, সেইহে হবে অপান বায়ু উদ্ধ্বগ হয়, আৰু আংশিক ভাবে মল মূত্ৰৰ ৰস সমস্ত শৰীৰত সোমায়। সেই কাৰণে সিবিলাকে বেলি হোৱাত বা অন্য কাৰ্য্য কৰাৰ পিচত মল ত্যাগ কৰে, সিবিলাকৰ মল কঠিন হয় আৰু দাস্ত পৰিষ্কাৰও নহয়। অনেক সময়ত দাস্ত পৰিষ্কাৰ নথকা মানুহৰ মলৰ ৰস অধিক পৰিমাণে ৰসবহা নাড়ীযে শৰীৰত সুমোৱা বাবে শৰীৰত দুৰ্গন্ধ পোৱা যায়। অনভ্যাসীবিলাকে কিছুমান দিন ৰাতি পুৱাই উঠি মল মূত্ৰ পৰিত্যাগ কৰি চালে বুজিব পাৰিব যে সেই সময়ত দাস্ত পৰিষ্কাৰ হয় নে নহয়। আগৰ দিনত সকলোৱে আৰু আজি কালি হোজা শ্ৰমজীৱীবিলাকে ৰাতিপুৱাই উঠি মলমূত্ৰ ত্যাগ কৰি বেলি হোৱাত মল ত্যাগ কৰা বাবুবিলাকতকৈ অনেক পৰিমাণে প্ৰসন্ন মনেৰে কাৰ্য্য কৰিছিল ও কৰে। এই কথা মিছা বুলিব নোৱাৰে। তেনেহলে ইয়াৰ দ্বাৰা এইখিনি ঠিক হল যে ৰাতিপুৱাই প্ৰাতঃ কৃত্য আচৰণৰ পিচত মন ও শৰীৰ সুস্থ ৰাখিবৰ অৰ্থে আৰু দাস্ত পৰিষ্কাৰ ৰাখিবৰ অৰ্থে মল-মূত্ৰ ত্যাগ কৰিব লাগে। এতিয়া তাকে কৰোত কি কি নিয়মৰ বশৱৰ্ত্তী হব লাগে, সেই বিষয়ৰ

আলোচনা কৰোঁতে পূৰ্ব্বোক্ত অঙ্গিৰা মুনিৰ বচনত পোৱা যায় যে প্ৰথমতে মুখ ধুব। তাৰ কাৰণ সহজে বুজা যায় যে, টোপনী মাৰি উঠিলে মুখত লাল কিছু না কিছু থাকে, তা থাকিলে মুখখন বৰ বেয়া লাগে আৰু মনত ঘৃণা জন্মে। মলত্যাগ কৰা ঠাই ভোখৰ শুচি অৰ্থাৎ দুৰ্গন্ধ যুক্ত হব নলাগে তাত বিহিত তৃণাদিৰে আড়াল দিব। ইয়াৰ কাৰণ নহ'লে পোৱা যায়, যথা ন। কঠিন হলে বাগৰি ভৰিত পৰিব পাৰে, আৰু তৃণ হলে বৈ যাই ভৰিত লাগিবও পাৰে। তৃণৰ মাজৰ পৰা মলৰ গন্ধ কিছু কম পোৱা যায় ইত্যাদি। মূৰটো কাপোৰেৰে ঢকাৰ উদ্দেশ্য এই যে মূৰটো হৈছে শৰীৰৰ উত্তমাঙ্গ, তাক সততে যথাসাধ্য ভালকৈ ৰাখিব লাগে। সেই সময়ত ৰ'দ, নিয়ৰ, বতাহত উৰি অহা ধুলি বালীৰ পৰা তাক ৰক্ষা কৰিব লাগে। মূৰত ৰ'দ বা অত্যন্ত বতাহ লাগিলে বায়ু কম্প হয়, বেচি নিয়ৰ লাগিলে অপান প্ৰভৃতি বায়ু প্ৰশমিত হয়। সেই কাৰণে পানী লগা বেমাৰ হয়। আৰু সেয়ে হলে অপান বায়ুৰ কাৰ্য্য মল-মূত্ৰ ত্যাগ ঠিক মতে কেতিয়াও নহয়। এই কাৰণে তেতিয়া কথা কবও মানা কৰিছে। কিয়নো কথা কলেও অপান বায়ুৰ উৰ্দ্ধ্ব গতি হয়, আৰু কথা কোৱা সময়ত মুখবিবৰত মলাদিৰ দুৰ্গন্ধ প্ৰবেশ কৰে। তাৰ পৰা অনেক স্বাস্থ্য হানি হয়। এই উদ্দেশ্য গ্ৰহণ কৰি তেতিয়া থু পেলাব ও উশাহ লবলৈকো নিষেধ কৰিছে। কাৰণ থু পেলালে গল শুকাই যায়, তেতিয়া শেপ ঢুকিব লগাত পৰে। আৰু তাকে কৰিলে অলপ চলপ দূষিত বায়ু ভিতৰলৈ নোসোমোৱা কৈ নাথাকে সেই কাৰণে বিষ্ণু পুৰাণত লিখিছে — " তিষ্ঠেন্নাতিচিৰং তস্মিন্নৈব

কিঞ্চিদ্দূরীবয়েৎ ”। অৰ্থাৎ ভাত (মল মুত্ৰ ত্যাগ কৰা ঠাইত) বেছি সময় নাথাকিব, আৰু একো কথাকে নকব। এই উদ্দেশ্য লৈ পূৰ্ব্বোক্ত অঙ্গিৰাৰ বচনত শুদ্ধ (দুৰ্গন্ধাদি দোষ শূণ্য) জাগাত মলাদি ত্যাগ কৰিবৰ উপদেশ দিছে। আপস্তম্ব মুনিয়ে কৈছে যে “ মূত্ৰপুৰীষে কুৰ্য্যাদ্দক্ষিণাং দিশং দক্ষিণাপৰাধা ”। অৰ্থাৎ ঘৰ বস্তিৰ দক্ষিণ ফালে বা নৈঋত (দক্ষিণ পশ্চিম কোণৰ) ফালে মল মূত্ৰ ত্যাগ কৰিব। বিষ্ণু পুৰাণত কৈছে যে “ নৈঋত্যামিষু বিক্ষেপ মতীত্যাভ্যধিকঃ ভুবঃ।” অৰ্থাৎ নৈঋত কোণৰ ফালে ইষু প্ৰক্ষেপয়োগ্যদেশৰ বাহিৰত মল ত্যাগ কৰিব। পিতামহে কৈছে যে -

মধ্যমেন তু চাপেন প্ৰক্ষিপেত্তু শৰত্ৰয়ম্
হস্তানা তু শতে সাৰ্দ্ধে লক্ষ্যং কৃত্বা বিচক্ষণঃ॥

অৰ্থাৎ—থকা ঠাইৰ পৰা দেড়শ হাতত পৰিমিত জাগাত লক্ষ্য ৰাখি মধ্যম ধনুৰে তিনিপাত শৰ প্ৰক্ষেপ কৰিব। ইয়াৰ পৰা শৰ প্ৰক্ষেপ যোগ্য দেশ যে দেড়শ হাত ইয়াকে বুজাইছে। এই-বিলাকৰ তাৎপৰ্য্যাৰ্থ এই যে—দক্ষিণ ফালৰ বতাহটো স্বাস্থ্যকৰ, সেই ফালে দেড়শ হাত পৰিমিত জাগা অতিক্ৰম কৰি যোৱাত সুন্দৰ পবিত্ৰ বায়ু সেবন কৰা হয়। আৰু ইমান দূৰত মল ত্যাগ কৰিলে তাৰপৰা দুৰ্গন্ধ আহি থকা ঠাই ঢুকি নাপায়। কাৰণ মাজতে গি ভাল বতাহ আছে, সেই বতাহৰ সংস্ৰৱত মলৰ গন্ধ বতাহটো শোধিত হৈ আহিলে একো অপকাৰ কৰিব নোৱাৰে। ঘৰৰ দক্ষিণ ফালৰ বতাহটো হিতকৰ বাবে যে সেই ফালটো মুকলি কৰি ৰাখিব লাগে

ডাকে ডাকে কৈছে যে — পুবে হাঁহ পশ্চিমে বাঁহ,
উত্তৰে গুৰা, দক্ষিণে খুৰা।

দিনমানক তিনি ভাগে বিভক্ত কৰি ক্ৰমে সেইবোৰৰ নাম পুৰ্ব্বাহ্ন, মধ্যাহ্ন ও অপৰাহ্ন ৰাখি যমে কৈছে যে—

প্ৰত্যঙ্মুখস্তু পূৰ্ব্বাহ্নে অপৰাহ্নে প্ৰাঙ্মুখঃ।
উদঙ্মুখস্তু মধ্যাহ্নে সায়াহ্নে দক্ষিণামুখঃ॥

অৰ্থ—পূৰ্ব্বোক্ত কালৰ বাহিৰে মল মূত্ৰ পৰিত্যাগ কৰিব লাগিলে পুৰ্ব্বাহ্নত পশ্চিম মুখ, মধ্যাহ্নত উত্তৰ মুখ, অপৰাহ্নত পুৰ্ব্ব মুখ, ৰাতি দক্ষিণ মুখ হব। ইয়াৰ তাৎপৰ্য্য এই যে যেনেকৈ সূৰ্য্যৰ ৰশ্মি চকুত নপৰে, তেনেকৈ মলমুত্ৰ ত্যাগ কৰিবলৈ বহিব, সূৰ্য্যৰ ফালে মুখ দি বহিলে দৃষ্টিশক্তি কমে। তেতিয়া আগত ওলোৱা কেতিয়াবা ভয়ানক জন্তু প্ৰভৃতিক নেদেখিবও পাৰে। আৰু শৰীৰ গৰম হোৱা বাবে অপান বায়ু উৰ্দ্ধগতি হয়। সেইবাবে মলমূত্ৰ পৰিত্যাগ ঠিক মতে নহবও পাৰে। এইনিমিত্তে মনুৱে কৈছে—

ছায়ায়ামন্ধকাৰে বা ৰাত্ৰাবহনি বা দ্বিজঃ।
যথাসুখমুখঃ কুৰ্য্যাৎ প্ৰাণবাধভয়েষু চ॥

অৰ্থ—দিনতে হওক বা ৰাতিতে হওক ছায়াত অন্ধকাৰত অথবা সংশয় স্থলত যি মুখে সুবিধা হয় সেই মুখীয়া হৈ মলমুত্ৰ ত্যাগ কৰিব। ৰাতি দক্ষিণ মুখ হব দিয়াৰ উদ্দেশ্য বিশুদ্ধ বায়ু সেবন। পাঠক। এইবোৰ নিয়ম প্ৰতিপালন কৰাৰ সুবিধা চহৰৰ বাহিৰত হে পোৱা যায়। আৰু তেনে কৰা প্ৰথাও আছে। চহৰত

ইমান পৰিষ্কাৰ পৰিচ্ছন্ন থকা স্বত্বেও যে বেমাৰ নুগুছে ইয়ো এটা অন্যতম কাৰণ বুলিব পাৰি। কিছু সুখৰ বিষয় আগতকৈ এতিয়া চহৰৰ পায়খানাৰ বন্দোবস্ত কিছু উন্নত হৈছে। কিন্তু আমাৰ শাস্ত্ৰানুযায়ী সুবিধা এতিয়াও আমাৰ দেশত হোৱা নাই। তাতে মলাদি ঘৰৰ ওচৰত ৩।৪ মিনিটো নাথাকে, তেনে বন্দোবস্ত নকৰালৈকে স্বাস্থ্যহানিৰ আশঙ্কা নুগুচে। যমে কৈছে—

কৃত্বা যজ্ঞোপবীতন্তু পৃষ্ঠতঃ কণ্ঠ স্থিতম্।
বিণ্মূত্ৰে চ গৃহী কুৰ্য্যাৎ যদ্বাকৰ্ণে সমাহিতঃ॥

গৃহী, এ ক্ষণাদি মলত্যাগে যজ্ঞোপবীত (লগুণ) দক্ষিণ কাণত লৈ অথবা মালাৰ দৰে পিঠিৰ ফালে জপাই আগটো পেলাই দি আন চিন্তা নকৰাকৈ বিণ্মূত্ৰ ত্যাগ কৰিব। ইয়াৰ তাৎপৰ্য্য এই যে মলাদি ত্যাগ কৰিবৰ সময়ত মূত্ৰাদিৰ ছিটা পৰিব পাৰে, সেই নিমিত্তে লগুণটো শৰীৰৰ উৰ্দ্ধ ভাগত ৰাখিব। এতিয়া কোন কোন জাগাত মল মূত্ৰ ত্যাগ কৰিবলৈ মুনিসকলে নিষেধ কৰিছে, তাৰে আলোচনা কৰা যাওক। মহাভাৰতত লিখিছে—

প্ৰত্যাদিত্যং প্ৰতিজলং প্ৰতিগাঞ্চ প্ৰতিদ্বিজম্।
মেহন্তি যে চ পথিষু তে ভবন্তি গতায়ুষঃ॥

অৰ্থ— আদিত্য, জল, গৰু ও মানুহৰ সম্মুখত আৰু বাটত যোনে মল-মূত্ৰ ত্যাগ কৰে তাৰ আয়ু ক্ষয় হয়। তাৎপৰ্য্যাৰ্থ এই যে সূৰ্য্যৰ সম্মুখত অৰ্থাৎ সূৰ্য্যৰ ফালে মুখ দি মলাদি ত্যাগ নিষেধ কৰাৰ কাৰণ পুৰ্ব্বে কোৱা হৈছে। জলৰ সম্মুখত (ওচৰত) নিষেধ কৰাৰ কাৰণ এই যে মলাদিৰ ৰস পানীত পৰেগৈ। সেইয়ে

হলে পানী দুষিত হয়। গৰুধ আগত নিষেধ কৰাৰ কাৰণ এই— তাক গৰুয়ে খাব পাৰে। খালে তাৰ ৰস দুগ্ধৰূপে পৰিণত হৈ দুগ্ধক দুষিত কৰে। মানুহৰ আগত নিষেধ কৰাৰ কাৰণ এই যে তাৰ দুৰ্গন্ধ মানুহৰ শৰীৰত প্ৰবিষ্ট হব আৰু সেয়ে হলে মানুহৰ স্বাস্থ্য ক্ষতি হব। বাটত নিষেধ কৰাৰ কাৰণ এই যে সেই বাটেৰে নিজে বা আন মানুহে অহা যোৱা কৰাত সেই মলাদিৰ দুৰ্গন্ধ শৰীৰত প্ৰবেশ কৰি স্বাস্থ্যৰ অনেক হানি কৰিব। কোৱা বাহুল্য প্ৰদৰ্শিত দোষ দুষ্ট পানী দুৰ্গন্ধ বায়ু সেৱন কৰিলে আয়ুক্ষয় অনিবাৰ্য্য। মনুৱে লিখিছে—

ন মূত্ৰং পথি কুৰ্ব্বীত ন ভস্মানি ন গোব্ৰজে।
ন ফালকৃষ্টে ন জলে ন চিত্যাং নচ পৰ্ব্বতে।
ন জীৰ্ণ দেবায়তনে ন বল্মীকে কদাচন।
ন স সত্ত্বেষু গৰ্ত্তেষু ন গচ্ছন্নাপি সংস্থিতঃ।
ন নদীতীৰমাসাদ্য ন চ পৰ্ব্বতমস্তকে।
বায়্বগ্নিবিপ্ৰাণাদিত্যমপঃ পশ্যংস্তথৈবচ।
ন কদাচন কুৰ্ব্বীত বিণ্মূত্ৰস্য বিসৰ্জ্জনম্॥

অৰ্থ— বাটত, ভস্মত, গৰু বথা ঘৰত, হালবোৱা মাটীত, পানীত, চিতাত, পৰ্ব্বতত, ভাঙা ঘৰৰ তলত, গোসাই ঘৰত, উই তোলা মাটিত, প্ৰাণী থকা গাঁতত, নদীৰ পাৰত, পৰ্ব্বত শৃঙ্গত বায়ু, অগ্নি, মানুহ আদিত্য ও জলৰ আগত কেতিয়াও বিষ্ঠা মূত্ৰ ত্যাগ নকৰিব আৰু খোজ কাঢ়ি কাঢ়ি আৰু থিয় হৈয়ো মূত্ৰাদি ত্যাগ নকৰিব। এই সকলৰ তাৎপৰ্য্যাৰ্থ এই যে ভস্মত মূত্ৰাদি

ত্যাগ নিষেধ কৰাৰ কাৰণ এই— তাত মলাদি পৰিলে সি উড়ি আহি গা ও কাপোৰত পৰিব পাৰে। গোহালীত নিষেধ কৰাৰ কাৰণ এই— তাক গৰুৱে খাব পাৰে। হালবোৱা মাটীত নিষেধ কৰাৰ কাৰণ এই— তাব বসব পৰা ওপজা শস্য দুষিত হয় আৰু হালবোৱা ও মাটী বোলা মানুহৰ সেই দুৰ্গন্ধ পোৱাৰ পৰা স্বাস্থ্য হানি হয়। চিতাত নিষেধ কৰাৰ কাৰণ এই— সেই সময়ত অন্য কিবা অপদেবতা বুলি তাক দেখা মানুহে ভয় পাব পাৰে আৰু তাক মাৰিবও পাৰে। ভগা ঘৰৰ তলত নিষেধ কৰাৰ কাৰণ এই— সেই ঘৰ ভাঙি গাত পৰিব পাৰে। গোসাই ঘৰত (ব্যৱহাৰ কৰা ঘৰত) নিষেধ কৰাৰ কাৰণ এই যে সেই ঘৰৰ ভিতৰৰ বতাহ দুষিত হয়। উই তোলা মাটিত নিষেধ কৰাৰ কাৰণ— সেই মাটী অতি পৰিষ্কাৰ ও পবিত্ৰ। এতেকে সকলোৱে অতি আগ্ৰহেৰে মাটীৰে কাম কৰিবলৈ তাক নিয়ে। প্ৰাণীযুক্ত গাঁতত নিষেধ কৰাৰ কাৰণ এই — মলাদি ওপৰত পৰিলে সৰু সৰু প্ৰাণী মৰে, তাতৰ হলে তাৰ স্বাস্থ্যহানি ঘটে আৰু সৰ্পাদি দংশন কৰিব পাৰে। নদীৰ পাৰত নিষেধ কৰাৰ কাৰণ এই — হঠাৎ পাৰ ভাঙি যোৱাত মানুহটো নদীত পৰিবও পাৰে। পৰ্ব্বতত নিষেধ কৰাৰ কাৰণ এই — পৰ্ব্বতত বাস নকৰা মানুহে পৰ্ব্বতত বহা-মিলা অভ্যাস নাথাকা গতিকে হঠাৎ পৰিবও পাৰে। পৰ্ব্বত-বাসীৰ পক্ষে পৰ্ব্বত নিষিদ্ধ নহয়। তাৰ পক্ষে পৰ্ব্বতশৃঙ্গহে নিষিদ্ধ। কাৰণ তাত খুব বতাহ লাগে; তাৰ পৰা পৰিবও পাৰে। খোজ কাঢ়ি কাঢ়ি বা থিয় হৈ মল-মূত্ৰ ত্যাগ কৰিলে

মল-মূত্ৰ ত্যাগ নকৰিবৰ কোনো কাৰণ নাই। এই মতলৈ উক্ত কৰা বাট প্ৰভৃতি নিষেধ কৰাৰ কাৰণ পূৰ্ব্বে কোৱা হৈছে। কলে কৈছে যে—

উপকণ্ঠো ন সেবেত চায়াং দৃপ্তং চতুষ্পথম্।
ৰাজমাৰ্গ শ্মশানানি ক্ষেত্ৰাণিচ খলানিচ॥

অৰ্থ— মল-মূত্ৰৰ বেগ হলেও মানুহে বিশ্ৰাম কৰা ছাঁয়াত, দৃপ্ত অৰ্থাৎ মুকলি ঠাইত, মানুহে যাতায়ত কৰা আগাত, শ্মশানত, খেতি কৰা আগাত, মৰণা মাৰিবলৈ প্ৰস্তুত কৰা ঠাইত মল-মূত্ৰ ত্যাগ নকৰিব। ইয়াত উক্ত কৰা কিছুমানৰ কাৰণ পূৰ্ব্বে অৰ্থতে কোৱা হৈছে। বাকীবিলাকৰ কাৰণ দেখুৱা যায় যে শ্মশানত নিষেধ কৰাৰ কাৰণ এই— শ্মশানত ভূত-প্ৰেত থাকে বুলি হিন্দুৱে মুক্তকণ্ঠে স্বীকাৰ কৰে। গতিকে ভূত-প্ৰেত থকা আগাত অকলে অসাৱধানে বহি থকা ভূতবিলাকে উপদ্ৰৱ কৰিব পাৰে। মুকলি ঠাইত নিষেধ কৰাৰ কাৰণ এই যে মানুহ মাত্ৰৰে লাজ আছে। তেনে ঠাইত মল-মূত্ৰ ত্যাগ কৰিবলৈ বহাত যদি কোনোপ্ৰকাৰে পথত আহি কোনো মানুহে দেখা পায়, তেনেহলে লাজতে বায়ু প্ৰকুপিত হৈ মলাদি বোধ প্ৰত্যক্ষ সিদ্ধ। এই নিমিত্তে কৈছে যে—

আহাৰ নিৰ্হাৰ বিহাৰ যোগাঃ সুসংবৃতা ধৰ্ম্মবিদাতু কাৰ্য্যাঃ।

অৰ্থাৎ ধাৰ্ম্মিক মানুহে ভোজন, স্ত্ৰী-সহবাস, মল-মূত্ৰ ত্যাগ এই তিনিটি কাৰ্য্য অতি গোপনে কৰিব। প্ৰিয় পাঠক! এই প্ৰবন্ধৰ শৰীৰ বাহুল্য ভয়ত ন বঢ়াই সুবিধাৰ্থে সংক্ষেপ কৰোঁ।

# উপসংহাৰ

প্ৰাতঃকৃত্য কৰাৰ পিচত চকু মুখ ধুই ঘৰ বস্তিৰ দক্ষিণ ফালে বা দক্ষিণ পশ্চিম কোণৰ ফালে দেড় শ হাত পৰিমিত জাগাৰ বাহিৰত কোনো ৰকম দুৰ্গন্ধাদি দোষ নথকা পৰোক্ত নিষিদ্ধ স্থানতকৈ ভিন্ন স্থানত গৈ প্ৰথমে যজ্ঞত নলগা তৃণ কাঠ পত্ৰ মাহঁৰ পাত মাটিৰ বাচন এই কেইবিধৰ এবিধ বা ততোধিক বিধেৰে মলমূত্ৰ ত্যাগ কৰা মাটীৰ ওপৰত পাৰিব। তাৰ পিচত মূৰটো কাপোৰেৰে ঢাকি লগুণটো দক্ষিণ কাণত লৈ বা মালাৰ দৰে পিঠিৰ ফালে লাগ টো পেলাই লৈ আন কোনো বিশেষ ক্ৰিয়া নকৰি অৰ্থাৎ মস্তিক পৰয় নোহোৱা কৈ বহি মাটীত পাৰা তৃণাদিৰ ওপৰত মল ত্যাগ কৰিব। ভেজিয়া কথা নকব, থু নেপেলাব, আৰু জোৰেৰে উশাহ নলব। যিমান সোনকালে পাৰে, মল ত্যাগ কৰি আহিবলৈ চেষ্টা কৰিব। যথা কালতকৈ ভিন্ন কালত মল-মূত্ৰ পৰিত্যাগ কৰিব লগা হলে পূৰ্ব্বাহ্নত ( তিনভাগে বিভক্ত দিনমানৰ প্ৰথম ভাগত ) পশ্চিম মুখ, মধ্যাহ্নত ( তথা কথিত দিনমানক মধ্য ভাগত ) উত্তৰ মুখ, অপৰাহ্নত ( শেষ ভাগত ) পূৰ্ব্বমুখ আৰু ৰাত্ৰি ( সূৰ্য্য নথকা সময়ত ) দক্ষিণ মুখ হব। থিয় হৈ বা খোজ কাঢ়ি কাঢ়ি মল-মূত্ৰ ত্যাগ নকৰিব আৰু তলত লিখা ঠাই বিলাকত মল-মূত্ৰ ত্যাগ নকৰিব। যথা বাট, ভস্ম, গোহালি ঘৰ, হালবোৱা মাটী পানী, চিতা, ভৈয়ামত থকা মানুহৰ পক্ষে পৰ্ব্বত, পৰ্ব্বতবাসীৰ হক্কে পৰ্ব্বতস্থ শৃঙ্গ, বড়াহ, ভুই, মনুষ্য, গো প্ৰভৃতি প্ৰাণী সূৰ্য্য ও পানীৰ সম্মুখ, বৃক্ষ, আঙাৰ, খোলা,

দেৱগৃহ, মনুষ্য গৃহ, ভঙা ঘৰ, উঁইৰ মাটী, প্ৰাণী থকা গাঁত, গোবৰ, মানুহ জিৰোৱা ঠাই, মানুহে দেখাপোৱা ঠাই, গছৰ গুৰি এইবোৰ মল-মূত্ৰ ত্যাগৰ বাবে নিষিদ্ধ স্থান।

ইত্যাচাৰ বিজ্ঞানে বিণমুত্ৰোৎসৰ্গ প্ৰকৰণম্।

মল-মূত্ৰ পৰিত্যাগৰ পিচত বৃহস্মনুই কৈছে যে —

অথাবকৃষ্য বিণ্মূত্ৰং লোষ্ট্ৰকাষ্ঠ তৃণাদিনা॥

অৰ্থ—ইয়াৰ পিচত লোষ্ট্ৰ (চপৰা) (চেলা) কাঠ বা তৃণাদি দ্বাৰা দ্বাৰত থকা মল ও মূত্ৰ মুচি পেলাই পানীৰে শৌচ কৰিব। ইয়াৰ তাৎপৰ্য্য এই যে মলদ্বাৰত বহুত মল থাকিবও পাৰে। সেই নিমিত্তে যিমানখিনি পাৰা যায় অইনৰে মল মুঁছি পেলাব। পিচতহে হাতেৰে শৌচ কৰিবৰ কথা কৈছে। ইয়াৰ পিচত মনুৱে কৈছে—

একালিঙ্গেগুদে তিস্ৰ স্তথা বামকৰে দশ।
উভয়োঃ সপ্ত দাতব্যা মৃদা শুদ্ধিমভীপ্সতা॥

অৰ্থ- পানীৰে মল ধাৰ ধোৱাৰ পিচত লিঙ্গত একাৰ, গুদ, (মলদ্বাৰত) তিনবাৰ, বাম হাতৰ তলিত দহবাৰ, উভয় হাতত সাতবাৰ মাটী লব। হাৰীত মুনিয়ে কৈছে যে—

দশ মধ্যেচ ষট্ পৃষ্ঠে॥

অৰ্থাৎ বাম হাতৰ তলিত দহবাৰ আৰু পিঠিত ছয়বাৰ মাটী লব। দক্ষে কৈছে যে—

তিস্ৰস্তু মৃত্তিকা দেয়াঃ কৃত্বা নখবিশোধনম্।
তিস্ৰস্তু পাদয়োৰ্দ্দেয়াঃ শুদ্ধিকামেন নিত্যশঃ॥

অৰ্থ—স্থলেষে নখৰ মাজত সুমোৱা মল উলিয়াই নখও আৰু ভৰিৰ তলত তিনিবাৰ মাটি লব। মলদ্বাৰত লব লগা মাটিৰ পৰিমাণ দক্ষে কৈছে যে—

অৰ্দ্ধ প্ৰসৃতিমাত্ৰাতু প্ৰথমা পৰিকীৰ্ত্তিতা।
দ্বিতীয়াচ তৃতীয়াচ তদৰ্দ্ধাৰ্দ্ধা প্ৰকীৰ্ত্তিতা॥

অৰ্থ — মলদ্বাৰত প্ৰথম বাৰত আধা পোহা দ্বিতীয় বাৰত তাৰ আধা আৰু তৃতীয় বাৰত তাৰে আধা মাটি লব। মলদ্বাৰ ভিন্ন অন্য অঙ্গত লবলগা মাটিৰ পৰিমাণ যমে কৈছে যে—

মৃত্তিকাতু সমুদ্দিষ্টা ত্ৰিপৰ্ব্বা পূৰ্য্যতে যয়া॥

অৰ্থাৎ তৰ্জ্জনী মধ্যমা ও অনামিকাৰ ( অৰ্থাৎ মাজৰ আঙুলি তিনিটাৰ ) আগৰ পাব পূৰ্ণ হোৱা পৰিমিত মাটী লব। কেৱল প্ৰস্ৰাব কৰি কি শৌচ কৰিব লাগে, তাকো স্মৃতিত কৈছে যে—

একং লিঙ্গে মৃদং দদ্যাৎ বামহস্তেতু মৃত্ত্ৰয়ম্।
উভয়োৰ্হস্তয়োৰ্দ্বে চ মূত্ৰ শৌচং প্ৰকীৰ্ত্তিতম্॥
পাদয়োৰ্দ্বে গৃহীত্বাচ সুপ্ৰক্ষালিত পাণিমান্।
দ্বিৰাচম্য ততঃ শুদ্ধঃ স্মৃত্বা বিষ্ণু সনাতনম্॥

অৰ্থ— প্ৰস্ৰাব কৰি উঠি লিঙ্গত এবাৰ, বাওঁহাতত তিনিবাৰ, দুই হাতত দুইবাৰ, দুয়ো ভৰিত দুইবাৰ। পুৰ্ব্বোক্ত ত্ৰিপৰ্ব্ব পৰিমিত মাটি লৈ তালকৈ হাত-ভৰি ধুই উপৰোক্ত নিয়মে মুখ ধুই দ্বিৰাচমন কৰি শ্ৰীবিষ্ণুক স্মৰণ কৰি শুদ্ধ হব। ব্ৰহ্মাণ্ড পুৰাণত কৈছে যে—

উদ্ধৃতোদক মাদায় মৃত্তিকাঞ্চৈৱ বাহ্যতঃ।
উদঙ্মুখো দিবা কুর্য্যাৎ রাত্রৌচেদ্দক্ষিণা মুখঃ॥
মুনির্ম্মিক্তে মৃদং দদ্যাৎ মৃদন্তেরপ এবচ।
দাতব্যমুদকং তাবৎ যাবৎস্যান্মৃত্তিকাক্ষয়ঃ॥

অৰ্থ— মল-মূত্ৰ পৰিত্যাগ কৰি পূৰ্ব্বেই সংগ্ৰহ কৰি থোৱা মাটি আৰু পানীৰে দিনত উত্তৰমুৱা হৈ আৰু দক্ষিণমুৱা হৈ শৌচ কৰিব। মাটি লেপন কৰাৰ আগেযে পানীৰে সেই অঙ্গ ভালকৈ প্ৰক্ষালন কৰিহে মাটি লব আৰু মাটি লেপন কৰাৰ পিচত মাটিখিনি পানীৰে ভালকৈ ধুই হে পিচৰবাৰ মাটি লব। এনেকৈ যতোবাৰ মাটি লব লাগে পানীৰে সেই মাটি ধুব লাগে। স্মৃতিত কৈছে যে—

"মূত্ৰবদ্রেতসঃ সমুৎসর্গে॥"

অৰ্থাৎ শুক্ৰ ত্যাগ হলে মূত্ৰৰ শৌচৰ দৰে শৌচ (মাটি-পানী লোৱা) কৰিব লাগে। শৌচ কৰাত হাতৰ নিয়ম দেখলে কৈছে যে—

ধৰ্ম্মবিদ্দক্ষিণং হস্তমধঃ শৌচেন যোজয়েৎ।
তথৈব বামহস্তেন নাভেৰূৰ্দ্ধং ন শোধয়েৎ।
প্ৰকৃতিস্থিতিৰেষাস্যাৎ কাৰণাদুভয়ক্ৰিয়া॥

অৰ্থ— ধৰ্ম্মজ্ঞ মানুহে নাভিৰ তলত দক্ষিণ হাতেৰে শৌচ নকৰিব, বাম হাতেৰেহে কৰিব আৰু নাভিৰ উৰ্দ্ধ স্থানত বাম হাতেৰে শৌচ নকৰিব দক্ষিণ হাতেৰেহে কৰিব। কিন্তু দুয়ো হাতৰ ভিতৰত কোনো হাতেৰে শৌচ কৰিব নোৱাৰা হলে অপৰ

হাতেৰে উভয় বিধ শৌচ কৰিব। পাঠক! মনুষ্যমাত্ৰেই বুজিব পাৰে যে আমাৰ শৰীৰত মল-মূত্ৰ প্ৰভৃতি কিছুমান অতি অপবিত্ৰ অনিষ্টকৰ দুৰ্গন্ধ জিনিস আছে, সি যত্তে লাগে, তাক ভালকৈ ধুই নেপেলালে আৰু সি লগা অঙ্গক ভালকৈ পৰিষ্কাৰ নকৰিলে আমাৰ শৰীৰ দুৰ্গন্ধ ও স্বাস্থ্যবিহীন হয়। মল-মূত্ৰ যে বিষ পদাৰ্থ. তাৰ প্ৰমাণ চাব খুজিলে বিষ খোৱা মানুহক বিষ্ঠা খুৱাই আৰু গছ্ বা কোনো উচ্চ স্থানৰ পৰা পৰি অচেতন হোৱা মানুহক মুত খুৱাই চালে দেখিব, কিছুমান সময়ৰ পিচতে সি জ্ঞানপ্ৰাপ্ত হৈছে। কিয়নো 'বিষস্য বিষমৌষধম্।" এই শাস্ত্ৰৰ বিধানানুসাৰে বিহৰ ঔষধ বিহ খুৱৱাত উপকাৰ হয়। এই নিমিত্তে প্ৰথমে মলদ্বাৰত তৃণাদিৰে মল গুছাই পানীৰে ধুই তাত অন্য অঙ্গতকৈ অধিক মাটী ও অধিকবাৰ মাটি-পানী লবৰ কথা কৈছে আৰু বাওঁ হাতেৰে মলদ্বাৰৰ শৌচ কৰাৰ কাৰণেহে, তাত আন হাতততকৈ অধিক বাৰ মাটি-পানী লব কৈছে। উপৰোক্ত যাজ্ঞবল্ক্য মুনিৰ বচনৰ অৰ্থৰ ফালে চালে সেই উদ্দেশ্য সহজেই বুজিব পাৰা যায় যথা—

গন্ধলেপ ক্ষয় কৰং শৌচং কুৰ্য্যাদতন্দ্ৰিতঃ॥

অৰ্থাৎ পূৰ্ব্বে কোৱা নিয়মে মাটি-পানী ললেও যদি দুৰ্গন্ধ বা মল ক্ষয় নহয়, তেন্তে যিমানখিনি মাটি-পানী ললে দুৰ্গন্ধ ও মল ক্ষয় হয়, সিমানখিনি ও সিমানবাৰ মাটি-পানী লব। মাটি ও পানীৰ নিচিনা ঠাণ্ডা নিৰ্দ্দোষ বজাৰ পৰা ভিখাৰীলৈকে সহজ-লভ্য পৰিষ্কাৰক বস্তু ভাৰতত পোৱা নাযায়। সেই কাৰণে শৌচত

মাটি ও পানী বিধান কৰিছে। এই মাটীৰ সম্বন্ধে বিষ্ণু পুৰাণত লিখিছে যে—

অষ্টাঙ্গুলং খনিত্বা তু সমুদ্ধৃত্য মৃদং ততঃ।
এবং হি মৃত্তিকা গ্ৰাহ্যা চান্যথা নিষ্ফলং ভবেৎ॥

অৰ্থ আঠ আঙুলৰ তলৰ মাটি খান্দি আনি মলদ্বাৰাদিত লেপন কৰিব। অন্যথা নিষ্ফল হব। ইয়াৰ তাৎপৰ্য্য এই যে ওপৰৰ মাটি নানা ৰকম বস ও মলেৰে দুষিত হয়। আঠ আঙুলৰ তলৰ মাটি প্ৰায়েই নিৰ্দ্দোষ দেখা যায়। ইয়াৰ প্ৰমাণ-স্বৰূপে ঘৰৰ খুটাৰ কথা উল্লেখ কৰিব পাৰি। অৰ্থাৎ ঘৰৰ ভেটিত আমি বাঁহ বা কাঠৰ খুটা লগাওঁ। কেই বছৰমানৰ পিচত তাক দেখিলৈ বুজিব পাৰা যায় যে ভেটিৰ পৰা ৮ আঠ আঙুলমানলৈকে তাক মাটিয়ে খাইছে। তাৰ তলৰ ফালে যেনে তেনে থকা দেখিব পায়। এই প্ৰমাণৰ উপৰ নিৰ্ভৰ কৰি উপৰৰ ও তলৰ মাটিৰ গুণাগুণ বুজিব নোৱাৰিনে? সেই নিমিত্তে শৌচত আঠ আঙুলৰ তলৰ মাটিহে বিধান কৰিছে। তাৰ উপৰৰ মাটি প্ৰায়েই দুৰ্গন্ধাদি দোষযুক্ত বাবে তাক ললে নিষ্ফল বুলি কৈছে। এই বাবে আকৌ তাতে লিখিছে যে—

বল্মীকমূষিকোৎখাতাং মৃদমন্তৰ্জ্জলাস্তথা।
শৌচাবশিষ্টাংগেহাচ্চ নাদদ্যাল্লেপসম্ভবাম্।
অন্তঃপ্ৰাণ্যবপন্নাঞ্চ হলোৎখাতাং সকৰ্দ্দমাম্॥

অৰ্থ—উই তোলা, ইন্দুৰে তোলা, পানীৰ তলত থকা, আইনে শৌচ কৰি এৰা, লিপিবলৈ অনা, মাজত পোকা-পিপিড়া

আদি মৰি থকা, হালৰ শিৰালত থকা মাটী, বোকা (গলি যোৱা) মাটী, ঘৰৰ ভেটিৰ মাটী শৌচত ব্যৱহাৰ নকৰিব। এইবোৰক নিষেধ কৰাৰ তাৎপৰ্য্য এই যে পানীৰ তলৰ মাটী প্ৰভৃতি কিছুমান দুৰ্গন্ধ দোষযুক্ত। উই ভোলা মাটী শিৱলিঙ্গ নিৰ্ম্মাণাদিত প্ৰশস্ত। ভেটিৰ মাটীত গাঁত হলে তাত ভৰি সোমাই ভৰি ভাঙিব পাৰে, তাত সাপ থাকিব পাৰে। অনুপনীত ব্ৰাহ্মণ বালকাদিৰ সম্বন্ধে ব্ৰহ্মপুৰাণত লিখিছে যে—

> ন য়াবদুপনীয়েত দ্বিজঃ শূদ্ৰস্তথাঙ্গনা।
> গন্ধলেপ ক্ষয় কৰং শৌচং তেষাং বিধীয়তে॥
> প্ৰমাণং শৌচ সঙ্খ্যায়া ন শিষ্টৈৰুপদিশ্যতে।
> যাবচ্ছুদ্ধিং স মন্যেত তাবচ্ছৌচং সমাচৰেৎ॥

অৰ্থ— লগুণ নিদিয়া ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, বালক, শূদ্ৰ আৰু সকলো বৰ্ণৰে স্ত্ৰীলোকে গন্ধ ও মল যোৱাকৈ মাটি ও পানী লব। সিবিলাকৰ শৌচত মাটিৰ ও পানীৰ কোনো নিয়ম নাই। যিমানখিনি বা যিমানবাৰ মাটি-পানী ললে মন শুদ্ধ হয় তেনেকৈ শৌচ কৰিব। মনুই কৈছে যে—

> বসাশুক্ৰ মসৃঙ্ মজ্জা মূত্ৰবিট্‌কৰ্ণবিন্নখাঃ।
> শ্লেষ্মাশ্ৰুদূষিকাঃ স্বেদো দ্বাদশৈতে নৃণাং মলাঃ॥

অৰ্থ— বসা, শুক্ৰ, তেজ, মজ্জা, মূত্ৰ, বিষ্ঠা, কাণৰ মল, (কাণমাকেৰী) নখ, (নখৰ মাজত থকা মলি) শ্লেষ্মা, চকুৰ জল, চকুৰ মল, (কেটাৰ) ঘাম এই বাৰ বিধ মল মানুহৰ গাত থাকে। বৌধায়নে কৈছে যে—

আনদীত মৃদোঽপশ্চ ষট্‌সু পূৰ্ব্বেষু শুদ্ধয়ে।
উত্তৰেষু তু ষট্ স্বদ্ভিঃ কেৱলাভিৰ্বিশুদ্ধ্যতি ॥

অৰ্থ— বসা প্ৰভৃতি বিষ্ঠা পৰ্য্যন্ত এই ছয় বিধ মলৰ শৌচ কৰিব লাগিলে মাটি ও পানী দুয়ো বিধ লাগে। কাণৰ মলৰ পৰা ঘামলৈকে এই ছয় বিধ মলৰ শৌচ কেৱল পানীৰেহে কৰিব। ইয়াৰ তাৎপৰ্য্যাৰ্থ এই যে পুৰ্ব্বোক্ত ছয় বিধ অত্যন্ত দুৰ্গন্ধ ও বিষাক্ত, সেই নিমিত্তে মাটি-পানী দুয়ো বিধেৰে ধুব লাগে। পৰোক্ত ছয় বিধ পুৰ্ব্বোক্ত ছয় বিধতকৈ কম দুৰ্গন্ধ ও কম বিষাক্ত, সেই কাৰণে তাক কেৱল পানীৰে ধুলেয়ো পৰিষ্কাৰ হয়। ঋষ্যশৃঙ্গ মুনি কৈছে যে—

যস্মিন্ স্থানে কৃতংশৌচং বাৰিণা তদ্বিশোধয়েৎ।
ন শুদ্ধিস্তু ভবেত্তস্য মৃত্তিকাং যো ন শোধয়েৎ ॥

অৰ্থা— যি জাগাত মাটি-পানী লয়, সেই ঠাইডোখৰ পানীৰে ধুব। যোনে নুধুব, তেওঁ শুদ্ধ নহব। তাৎপৰ্য্যাৰ্থ এই— তাত অলপ-চলপ মল পৰি থাকিবও পাৰে। তাত যদি পানী ঢালি দিয়ে, তেন্তে তাত একো দুৰ্গন্ধাদি থাকিব নোৱাৰে। পৈঠিনসিয়ে কৈছে যে—

মূত্ৰোচ্চাৰে কৃতে শৌচং ন স্যাদন্তৰ্জ্জলাশয়ে ॥

অৰ্থ— মল-মূত্ৰৰ শৌচ পানীৰ মাজত নকৰিব। পানীৰ ভিতৰত মল-মুত্ৰ দ্বাৰ ধুলে যে পানী দুষিত হয় ইয়াক সহজে বুজিব পাৰি। যদি মলদ্বাৰ ধুবৰ নিমিত্তে জলপাত্ৰৰ অভাৱ হয় তেন্তে তাত কি কৰিব? তাকে আদিত্যপুৰাণত কৈছে যে—

অৰত্নিমাত্ৰং জলং ত্যক্ত্বা কুৰ্য্যাচ্ছৌচমনুদ্ধৃতে।
পশ্চাচ্চ শোধয়েত্তীৰ্থমন্যথা ন শুচিৰ্ভবেৎ॥

যদি শৌচ কৰিবলৈ পুৰ্ব্বে তোলা পানী নাই, তেন্তে পানীৰ পৰা অৰত্নি প্ৰমাণ (কনিষ্ঠ আঙুলিৰে এক হাত) দূৰত শৌচ কৰি পানীৰে সেই আগাড়োখৰ ধুই পেলাব, নহলে শুদ্ধ নহব। তাৎপৰ্য্যাৰ্থ এই যে পানীৰ ভিতৰত শৌচ কৰাত সেই পানী মল পৰা বাবে যিমান দূষিত হব পাৰে পাৰত শৌচ কৰাত সেই মল পানীত পৰিলেও সিমান দোষী নহয়। কিয়নো মলখিনি পাৰত পৰি থাকোঁতে তাৰ ওচৰৰ বতাহে তাৰ দুৰ্গন্ধ আন ঠাইলৈ নিয়ে। তেতিয়া সেই মলৰ দোষ কিছু কম থাকে। আশ্বলায়ন মুনিয়ে কৈছে যে—

কুৰ্য্যাৎ দ্বাদশ গণ্ডুষান্ পুৰীষোৎসৰ্জ্জনে ত্ততঃ।
মূত্ৰোৎসৰ্গে তু চতুৰোভোজনান্তে তু ষোড়শ।
ভক্ষ্যভোজ্যাবসানেতু গণ্ডুষাষ্টকমাচৰেৎ॥

অৰ্থ—বিষ্ঠা পৰিত্যাগ কৰি মাটি পানীৰে শৌচ কৰিবাৰ গণ্ডুষ (চোল) পানীৰে মুখ ধুব। প্ৰস্ৰাব কৰি মাটি পানীৰে শৌচ কৰি চাৰি গণ্ডুষ জলেৰে ভাত খাই ১৬ সোল্ল গণ্ডুষ জলেৰে আৰু জলপান কৰি আঠ গণ্ডুষ জলেৰে মুখ ধুব। ইয়াৰ তাৎপৰ্য্য এই যে আলস্য লগা বস্তু দেখিলে বা ছুলে মুখলৈ কিছুমান যেনে ৰস ও শ্লেষ্মাদি আহে। তেতিয়া তালকৈ মুখখন পৰিষ্কাৰ নকৰালৈকে ঘৃণা ভাব নাযায়, ই স্বতঃসিদ্ধ। বিষ্ঠা ও মূত্ৰ ত্যাগত আলস্য ভাবৰ তাৰতম্য হয় দেখি মুখ ধোৱাৰ ও তাৰতম্য কৰিছে। অন্ন ভোজন ও

ফলাদি ভোজনত দাঁতৰ ভিতৰত অন্নাদি সোমোৱাৰ কাৰণ তাক উলিয়াবলৈ মুখ ধুব লাগে, সেইবোৰ দাতৰ মাজত থাকিলে মুখ দুৰ্গন্ধ হয় আৰু দাঁতৰ ৰোগ জন্মে। ইয়াতো অন্নাদি সোমোৱাত অনিষ্টৰ তাৰতম্য থাকায় মুখ ধোৱাৰ কৰ্ম্ম বেচি বিধান কৰিছে। ব্ৰহ্মপুৰাণত কৈছে যে—

দ্বিৰাচম্য ততঃ শুদ্ধঃ স্মৃত্বা বিষ্ণুং সনাতনম্॥

মুখ ধোৱাৰ পিচত দুই বাৰ আচমন কৰি, সনাতন বিষ্ণুক স্মৰণ কৰি শুদ্ধ হব। ইয়াৰ তাৎপৰ্য্যাৰ্থ এই যে হিন্দুৰ সকলো কাৰ্য্যৰ আদি, মধ্য ও অন্তত প্ৰায়েই ঈশ্বৰক চিন্তা কৰিব দিয়াৰ উদ্দেশ্য এই যে এনেকৈ বিষয় চিন্তাৰ মাজে মাজে ঈশ্বৰক চিন্তা নকৰিলে বিষয়ত মত্ততা পৰিত্যাগ আৰু ঈশ্বৰত দৃঢ় ভক্তি হোৱা সু-কঠিন, গতিকে মাজে মাজে ঈশ্বৰক চিন্তা কৰিব দিছে। আৰু তাকে কৰিব লাগিলে আচমন কৰিব লাগে। আচমন কৰাৰ কাৰণ মনঃস্থিৰ কৰা। অৰ্থাৎ আচমনত যি যি অঙ্গত জল ও আঙুলি স্পৰ্শ বিধান কৰিছে, তাৰ দ্বাৰা মন স্বস্থানগত হয় বুলি যোগ শাস্ত্ৰত বিস্তাৰিত ভাবে কৈছে। ইয়াৰ পিচত হাৰীতে কৈছে যে—

গোময়েন মৃদা বা কমণ্ডলুং প্ৰক্ষাল্য পূৰ্ব্ববদুপস্পৃশ্য
আদিত্যং সোমমগ্নিংবা বীক্ষেত।

অৰ্থ—গোবৰ বা ভাল মাটিৰে শৌচ কৰা বটী মাজি ধুই পেলাই আগৰদৰে আচমন কৰি আদিত্য, চন্দ্ৰ বা অগ্নিক চাব। ইয়াৰ তাৎপৰ্য্য এই যে জল পাত্ৰটিও মলাদিৰ দোষ দুষ্ট হবৰ খুব সম্ভাৱনা আছে। গতিকে তাক পৰিষ্কাৰ কৰিব লাগে। আৰু তাকে কৰিব লাগিলে

আকৌ কিছু অশুদ্ধ হয়। তেতিয়া পুনৰায় শুদ্ধ হব লগাৰ কাৰণে জগতিক তেজো বহুল পদাৰ্থ সূৰ্য্যক ভদভাবে তেওঁৰে তেজৰ দ্বাৰা তেজীয়ান হোৱা চন্দ্ৰ ভদভাবে সূৰ্য্যৰ তোজৰে সমধিক তেজঃ পুঞ্জ স্বৰূপ অগ্নিক চাই শুদ্ধ হব। সেই কাৰণে তেওঁলোকক চোৱাত এক মন হবৰ নিমিত্তে আগেয়ে আকৌ দ্বিবাচমন কৰিবৰ কথা কৈছে। প্ৰিয় পাঠক! আজি কালিৰ দিনত এনে ধৰণৰ শৌচাচাৰ অশন্তৰ যুলি বোধ হব সচা, কিন্তু প্ৰণিধান কৰি চালে ই একো টান কাম নহয়। সময় ও বৰ বেচি নালাগে।

যিদিনাৰ পৰা হিন্দুৱে এইবোৰ আচাৰভ্ৰষ্ট হৈছে, সিদিনাৰ পৰা নানা ৰোগ, নানা প্ৰকাৰ কুভাব, কুকাৰ্য্যকৰী শক্তিবাহিত্য প্ৰভৃতি দোষৰাশিয়ে এনেকৈ আগুৰি ধৰাত আজি হিন্দু জাতি স্বাস্থ্য, উৎসাহ, সৎস্বভাৱ, সত্যপৰায়ণতা, মনোবল পৰিহাৰ কৰতঃ অবিমৃষ্যকাৰিতা ধৰ্ম্মত শাস্ত্ৰোপদেশত আস্থাহীনতা স্বল্পায়ুষ্কতা আলস্য-পৰতা আদি হেয়াবস্থা পাইছেহি। আজি এনেকুৱা মানুহ এটি সাংসাৰিকৰ ভিতৰত পোৱা টান হৈছে, যেনে কোনো অসুখ নোহোৱাকৈ সম্পূৰ্ণ স্বাস্থ্য সুখী হৈ আছে। প্ৰমেহ ৰোগ প্ৰতি জনে বিৰাজিছে। যি ৰোগৰ বীজ অলপ উৎপন্ন হলে মানুহ অকাল বৃদ্ধ শীৰ্ণ শৰীৰ, মেধা-স্মৃতিবিহীন ও নিৰুৎসাহ হয়। আনকি জীৱনত শান্তিবিহীন হৈ “হা হতোহস্মি” কৰি কালযাপন কৰিব লগা হৈছে। আজি বায়ু, পিত্ত, কফ জনিত ৰোগৰ ভিতৰত এটা বা দুটা নোহোৱা মানুহ দুৰ্ল্লভ হৈছে কিয়? তাৰ অন্যতম কাৰণ শৌচাচাৰ বাহিত্যকে বুলিবৰ কোনো কাৰণ নাই। কিয়নো মানুহৰ শৰীৰত

পুৰ্ব্বোক্ত বিষ্ঠা প্ৰভৃতি যাদৰ্শবিধ বিষ আছে, সেই বিষসকল দেহৰ বাবে অনিষ্টকাৰক হোৱাৰ কাৰণে দেহযন্ত্ৰবিলাকে দেহৰ পৰা যথাকালত উলিয়াই দিয়ে। সেই সকল বিষয় আমি দেহৰ পৰা ভালকৈ সুগুছালে আকৌ দেহৰ ডাঙৰ সৰু ৰন্ধ্ৰে ৰে সুমাই দেহযন্ত্ৰৰ ক্ৰিয়াৰ কিছু ব্যাঘাত কৰে, তাৰে পৰা নানা ৰোগৰ সৃষ্টি হয়। ৰোগৰ কীটাণু-বিলাক শুক্ৰ, আৰ্ত্তৱ, মূত্ৰ-বিষ্ঠাতেই বেচিকৈ থাকে, যথোক্ত শৌচ নকৰা বাবে সেই কীটাণুবিলাক আমাৰ গাত ও কাপোৰত অনায়াসে থাকিব পাৰে। তাৰেপৰা নিজ পৰিয়ালক, গ্ৰামস্থক ক্ৰমে ক্ৰমে দেশ-বাসীক আক্ৰমণ কৰে। সেই কাৰণে আজি এঠাইত এটা নতুন বেমাৰ হলে সেই বেমাৰ অলপ কালতে দেশব্যাপী হৈ পৰে। ই প্ৰত্যক্ষ সিদ্ধ। ময় ডাঠিকৈ কব পাৰো যে বায়ু ও পিত্ত ৰোগী-বিলাকে বিশেষকৈ প্ৰমেহ ৰোগগ্ৰস্ত বিলাকে বিষ্ঠা, মূত্ৰ, শুক্ৰ আৰু আৰ্ত্তৱৰ শৌচ যথা নিয়মে কৰি চাওক। তেওঁলোকৰ হতাশ জীৱনত আশাৰ সঞ্চাৰ হয় নে নহয়। আৰু বহু মূল্য মকৰধ্বজাদি সেৱনত কিমান সাহায্য পায়। পাঠক। আমি বিষ্ঠা ভিন্ন অন্য এগাৰ বিধ বিষয় শৌচৰ নামকে নলও। বিষ্ঠাৰ শৌচ ও কেৱল মলদ্বাৰত পানী অলপ ঢালি বাম হাতত অলপ মাটি লিপো। আমি যে কেনেকুৱা এলেহুৱা হব ধৰিছো, তাকে এইখিনিয়ো শেষে এদিন শুগুছিব, তাকেই বা কোনে কব পাৰে। হায় হিন্দু! আজি তুমি কি মোহ-জালত পৰি হিন্দুধৰ্ম্মশাস্ত্ৰৰ উপদেশৰ ফালে চকু মেলি নাচাই তোমাৰ পুৰ্ব্বপুৰুষবিলাকৰ আচাৰ পৰিত্যাগ কৰি নিজৰ অস্তিত্ব হেৰুৱাবৰ বাট প্ৰসস্তৰ পৰা প্ৰশস্ততমলৈকে কৰিব ধৰিছা!!!

যদি কোনোৱে তোমাক শোধে যে তুমি কাৰ বংশধৰ, তেন্তে তুমি আৰ্য্য সন্তান বুলিবৰ তোমাৰ কি অধিকাৰ আছে। নাই তোমাৰ তেওঁ-লোকৰ ধৰ্ম্ম! নাই তেওঁলোকৰ আচাৰ!! নাই তেওঁলোকৰ ব্যৱহাৰ!!! এতিয়াও যদি তোমাৰ আৰ্য্য সন্তান বুলি গৌৰৱ কৰিবৰ ও নিজৰ সৰ্ব্বতোভাবে মঙ্গল সাধিবৰ ইচ্ছা আছে, তেন্তে "আচাৰাল্লভতে হ্যায়ুঃ।" এই শাস্ত্ৰৰ উপদেশ মানি আকৌ পূৰ্ব্বাচাৰ্য্যবিলাকৰ আচাৰ গ্ৰহণ কৰা। তেনেহলেহে তুমি সংসাৰত অস্তিত্ব ৰক্ষিৰ লগে লগে আন দেশৰ মানুহে ভাবিব নোৱাৰা কাৰ্য্য দেখুৱাব পাৰিবা। আকৌ সকলো বিষয়তে হিন্দুৰ ক্ষমতাই জগতৰ লোকক মুগ্ধ কৰিব পাৰিব।

## উপসংহাৰ

বিষ্ঠা ও মুত্ৰ ত্যাগ কৰি চপৰা, কাঁঠ বা তৃণাদিৰে অতি সাৱধানে মল-মুত্ৰ দ্বাৰৰ পৰা মল মুত্ৰ মুচি পেলাই প্ৰথমে পানী ঢালি দি পিন্ধা কাপোৰ সেই অঙ্গত নলগাকৈ মাটি লোৱা ঠাইলৈ যাব। সেই ঠাইত আগেয়ে মাটি ও পানী থব লাগে। তাত গৈ প্ৰথমে বাম হাতৰ মাজৰ তিনিটা আঙুলিৰ আগৰ পাব তিনিটা পূৰ্ণ হোৱা মাটি অঙ্গত লিপি পানীৰে ভালকৈ ধুই পেলাব। তাৰ পিচত মলদ্বাৰত আধা পোহা মাটি বাম হাতেৰে লিপি পানীৰে তাক ধুই পেলাই তাৰে আধা পৰিমিত মাটি লিপি

তাকে ধুই পেলাব। আকৌ তাৰে আধা মাটি লিপি ভালকৈ ধুই পেলাই আকৌ তাৰ আধা মাটি লিপি ভালকৈ ধুই পেলাব। বাম হাত নলগাই আগ হাতেৰে পিন্ধা কাপোৰৰ কাছা (তেল গামছা বা লেঙুটি) মাৰি বাওঁ হাতত মূত্ৰদ্বাৰ শৌচত উক্ত কৰা পৰিমিত মাটি দক্ষিণ হাতেৰে লিপি পানীৰে ধুই পেলাব এই দৰে বাওঁ হাতৰ তলিত দহ বাৰ, তাৰ পিঠিত ছয় বাৰ আৰু উভয় হাতেৰে সাত বাৰ মাটি-পানী লব। তাৰ পিচত বাওঁ হাতৰ নখৰ মাজত যি মলাদি থাকে, তাকে তৃণাদিৰে উলিয়াই নখৰ ওপৰত সেই দৰে তিনিবাৰ মাটি-পানী লব। ইয়াৰ পিচত ভৰিৰ তলিত দুইবাৰ পূৰ্ব্বোক্ত নিয়মে মাটি-পানী লৈ হাত দুখন ভালকৈ ধুই বাৰ গণ্ডুষ (চোল) জলেৰে ভালকৈ মুখখন ধুই ব্ৰাহ্মণাদি বৰ্ণএয়ে দ্বিবাচমন কৰিব আৰু স্ত্ৰী, শূদ্ৰ ও অনুপনীত দ্বিজে মল ও গন্ধ যোৱাকৈ পূৰ্ব্বোক্ত নিয়মে মাটি-পানী লৈ ভালকৈ বাৰ গণ্ডুষ জলেৰে মুখ ধুই একবাৰ মুখত পানী দিব। তাৰ পিচত সকলোৱে স্থিৰ চিত্তে শ্ৰীবিষ্ণুক স্মৰণ কৰি শুদ্ধ হব। তাৰ পিচত শৌচ কৰা জলপাত্ৰটি গোবৰ বা মাটিৰে মাজি ভালকৈ ধুই পেলাই আগৰ দৰে আচমন কৰি অনন্যমনে সৰ্ব্বতেজোময় ঈশ্বৰৰ প্ৰতিবিম্বস্বৰূপ আদিত্য, তদভাবে চন্দ্ৰ, তদভাবে অগ্নিক চাই শুদ্ধ হব। কেবল প্ৰস্ৰাব হলে আৰু সহবাসতে হওক বা অন্য প্ৰকাৰে হওক শুক্ৰ বা আৰ্ত্তব ত্যাগ হলে পূৰ্ব্বোক্ত তৃণাদিৰে দ্বাৰত লাগি থকা মূত্ৰাদি মুচি পেলাই বাওঁ হাঁতেৰে প্ৰথমে পানীৰে ধুই পেলাই মাজৰ আঙুলি তিনিটাৰ আগৰ পাব তিনিটাৰে পূৰ্ণ হোৱা

মাটি লিপি ধুই পেলাব। পিচত বাম হাতত সেই নিয়মে তিনিবাৰ মাটি-পানী লৈ দুই হাতত দুইবাৰকৈ মাটি-পানী লৈ দুয়ো ভৰিত দুবাৰকৈ মাটি পানী লৈ ভালকৈ হাত দুখন ধুই চাৰি গণ্ডুষ জলেৰে মুখখন ভালকৈ ধুই আগৰ দৰে উপনীত দ্বিজসকলে দ্বিবাচমন আৰু অনুপনীত দ্বিজ, শূদ্ৰ ও স্ত্ৰী মাত্ৰে একাচমন ( একবাৰ মুখত আঙুলিৰ আগেৰে পানী দি খাব ) তাৰ পিচত সকলোৱে শ্ৰীবিষ্ণুক স্মৰণ কৰিব এই শৌচত আঠ আঙুল তলৰ মাটিহে বিহিত আৰু নিম্ন লিখিত মাটিবোৰ নিষিদ্ধ। যথা — উই, ইন্দুৰে তোলা মাটি, পানীৰ তলৰ মাটি, আনে শৌচ কৰি এৰা মাটি, ঘৰৰ ভেটীৰ মাটী, লিপিবলৈ আনা মাটি, ভিতৰত পিপীলিকাদি মৰি থকা মাটি, হালবোৱা মাটি আৰু ৰোক ( গলি যোৱা ) মাটি।

★ ইত্যাচাৰবিজ্ঞানে শৌচ প্ৰকৰণম্ ★

# হিন্দু আচাৰ তত্ত্ব

দক্ষে কৈছে যে—

প্ৰক্ষাল্য পাণী পাদৌচ ত্ৰিঃ পিবেদম্বু বীক্ষিতম্।
সম্বৃত্যাঙ্গুষ্ঠমূলেন দ্বিঃ প্ৰমৃজ্যাত্ততোমুখম্॥
সংহত্য তিসৃভিঃ পূৰ্ব্বমাস্যমেবমুপস্পৃশেৎ।
অঙ্গুষ্ঠেন প্ৰদেশিন্যা ঘ্ৰাণং পশ্চাদনন্তৰম্॥
অঙ্গুষ্ঠানামিকাভ্যাঞ্চ চক্ষুশ্ৰোত্ৰে পুনঃ পুনঃ।
নাভিং কনিষ্ঠাঙ্গুষ্ঠেন হৃদয়ন্তু তলেন বৈ॥
সৰ্ব্বাভিস্তু শিৰোদেশং বাহুচাগ্ৰেণ সংস্পৃশেৎ॥

ভৰি হাত ধুই ভালকৈ চাই তিনিবাৰ পানী খাব। মুখ জপাই বুঢ়া আঙুলিৰ গোৰ দোখৰেৰে মুখখন দুইবাৰ মাজিব। তাৰ পিচত মাজৰ আঙুলি তিনিটাৰ আগেৰে মুখৰ উপৰ আৰু তল ওঠ স্পৰ্শ কৰিব। অঙ্গুষ্ঠ আৰু প্ৰদেশিনী (বুঢ়া আঙুলিৰ ওচৰৰ আঙুলি) লগ লগাই নাক দুটা স্পৰ্শ কৰিব। অঙ্গুষ্ঠ আৰু অনামিকা লগ লগাই চকু দুটা আৰু কাণ দুখন স্পৰ্শ কৰিব। অঙ্গুষ্ঠ আৰু কনিষ্ঠা আঙুলি লগ লগাই নাভি স্পৰ্শ কৰিব। হাতৰ তলেৰে হৃদয় স্পৰ্শ কৰিব। সকলোটি আঙুলিৰ মূৰেৰে আৰু বাহু স্পৰ্শ কৰিব। ভৰদ্বাজে কৈছে যে—

আয়তং পৰ্ব্বণাং কৃত্বা গোকৰ্ণাকৃতিমংকৰং ।
সংহতাঙ্গুলিনা তোয়ং গৃহীত্বা পাণিনা দ্বিজঃ ॥
মুক্তাঙ্গুষ্ঠ কনিষ্ঠাভ্যাং শেষেনাচমনং চৰেৎ ।
মাষমজ্জনমাত্রাস্তঃ সংগৃহ্যত্রিঃ পিবেদপঃ ॥

অস্যাৰ্থঃ—আগ হাতৰ আঙুলিবিলাক লগলগাই মেলিদি গৰুৰ কাণৰ নিচিনা কৰি তাতে পানীলৈ কনিষ্ঠা আৰু অঙ্গুষ্ঠ আঙুলি দুটা মেলি দিয়াত মাহ এটা ডলযোৱা হিচাবে পানী ৰাখি সেই পানীকে তিনিবাৰ পান কৰিব। আচমনৰ বিষয় আৰু বহুত জানিব লগা কথা আছে, বাহুল্য ভয়ত আৰু উদ্দশ্যত অনাৱশ্যক হোৱাত সেইসকল কথাৰ উল্লেখ কৰা নহল। পানী খোৱাৰ কাৰণ শৌচ প্ৰকৰণত দেখুৱা হৈছে। আঙুলিৰে সেই সেই স্থান-স্পৰ্শ কৰাৰ তাৎপৰ্য্য এই যে আচমন কৰাৰ পিচত বিষ্ণুক স্মৰণ কৰিবৰ কথা কৈছে। মন স্থিৰ নহলে ঈশ্বৰ চিন্তা মনত আহিবই নোৱাৰে, সেই কাৰণে মন স্থিৰ কৰাৰ উপায় বিধান কৰিছে। সেই সেই স্থানত তেনেকৈ বতাহ লগালে মন স্থিৰ হয় বুলি যোগ শাস্ত্ৰত বিশেষকৈ কৈছে। বাহুল্য ভয়ত ইয়াত তাৰ উল্লেখ কৰা নহল। এই নিমিত্তে আমাৰ বৈদিক বা তান্ত্ৰিক অথবা পৌৰাণিক কৰ্ম্মমাত্ৰৰে আদিতে বায়ুপুৰাণত আচমন কৰিবৰ নিমিত্তে উপদেশ দিছে। যথা—

যঃ কৰ্ম্ম কুৰুতে মোহাদনাচম্যৈব নাস্তিকঃ।
ভৱন্তি হি বৃথা তস্য ক্ৰিয়াঃ সৰ্ব্বা ন সংশয় ॥

অস্যাৰ্থঃ—আমি বেদবাক্যত বিশ্বাস নথকা যি মানুহে নাস্তানি আচমন নকৰি যি কৰ্ম্ম কৰে, তাৰ সেই সমস্ত কৰ্ম্মই বিফল

হয়, ইয়াত সংশয় নাই—৷ এই হল আচমন।

এই প্ৰবন্ধ সংক্ষেপ হোৱাৰ কাৰণে সুবোধ হোৱায় উপসংহাৰ দিয়া নহল।

॥ ইত্যাচাৰাবহ্যাসে আচমন প্ৰকৰণম্ ॥

ইয়াৰ পিচত বৃদ্ধ শাতাতপে দন্তধাবন কৰিবৰ কথা কৈছে যে—

মুখে পৰ্য্যুষিতে নিত্যং ভবত্যপ্ৰযতো নৰঃ।
তস্মাৎ সৰ্ব্বপ্ৰয়ত্নেন ভক্ষয়েদ্দন্তধাবনম্॥

অস্যাৰ্থঃ—বাহি মুখে থাকিলে মানুহ অশুদ্ধ হয়। সেই নিমিত্তে সদায় খুব যতনেৰে দাঁত পৰিষ্কাৰ কৰিব। যজ্ঞবৰাহে কৈছে যে—

মনুষ্যঃ কিল্বিষী ভদ্ৰে কফপিত্ত সমন্বিতঃ।
পূযশোণিতসম্পূৰ্ণো দুৰ্গন্ধমুখমস্তুতৎ ॥

অস্যাৰ্থঃ—হে ভদ্ৰে। পৃথিৱী। কফ, পিত্ত, পুয, তেজ থকাৰ নিমিত্তে আৰু মুখ দুৰ্গন্ধ হোৱাৰ নিমিত্তে মানুহ পাপী (মলিন) হয়। কাত্যায়নে লিখিছে যে—

নাৰদাদ্ব্যক্ত বাৰ্ক্ষেয়মষ্টাঙ্গুলমপাটিতম্।
সত্বৰং দন্তকাষ্ঠংস্যাত্তদগ্ৰেণ প্ৰধাবয়েৎ ॥
উত্থায় নেত্ৰ প্ৰক্ষাল্য শুচিৰ্ভূত্বা সমাহিতঃ।
পৰিজপ্য তুমগ্ৰেণ ভক্ষয়েদ্দন্তধাবনম্ ॥
আয়ুৰ্ব্বলং যশো বৰ্চ্চঃ প্ৰজাঃ পশুবসুনিচ।
ব্ৰহ্মপ্ৰজ্ঞাঞ্চ মেধাঞ্চত্বন্নোধেহি বনস্পতে ॥

বিছনাৰ পৰা উঠি চকু ধুই মল মুত্ৰ পৰিত্যাগ কৰি শুচি হৈ স্থিৰ মনেৰে নাৰদাদি মুনিয়ে উক্ত কৰা দন্তকাষ্ঠৰ গুৰিলৈ যাই যোৰহাত কৰি "আয়ুৰ্ব্বলং" ইত্যাদি মন্ত্ৰ পাঠ কৰি তাৰ ছাল থকা ঠানি ভাঙি আনি দাঁতেৰে তাৰ আগ দোখৰ চোবাই দাঁত মাজিব। মাৰ্কণ্ডেয় পুৰাণত লিখিছে যে—

প্ৰক্ষাল্য ভক্ষয়েৎ পূৰ্ব্বং॥

অৰ্থাৎ সেই ঠানিটো ভালকৈ ধুইহে দাঁত মাজিব। কিয়নো ভাত কিবা বেয়া বস্তু থাকিব পাৰে, সেই নিমিত্তে ধোবাৰ কথা কৈছে। নৃসিংহ পুৰাণত দন্তকাষ্ঠ বিধান কৰিছে যে—

খদিৰশ্চ কদম্বশ্চ কৰঞ্জশ্চ তথা বটঃ।
তিন্তিড়ীবেণুপৃষ্ঠঞ্চ আম্ৰনিম্বৌ তথৈবচ॥
অপামাৰ্গশ্চ বিল্বশ্চ অৰ্কশ্চোড়ুম্বৰস্তথা।
এতে প্ৰশস্তাঃ কথিতা দন্তধাবন কৰ্ম্মণি॥

মহাভাৰতত কৈছে যে—

তিক্তং কষায়ং কটুকং সুগন্ধি কণ্টকান্বিতম্।
ক্ষীৰিণো বৃক্ষ গুল্মানাং ভক্ষয়েদ্দন্তধাবনম্॥

খইৰা, কদম, কোৰাছু, ধোপ, তেতেলি, ছাল থকা বাঁহৰ জেকেনি, আম, নিমু, শতমূল, বেল, আক, ডুমৰা এইবিলাক দন্তধাবন কাৰ্য্যত প্ৰশস্ত। গছ আৰু লতাৰ ভিতৰত তিতা, কহা, জ্বালা, সুগন্ধি, কাঁটা থকা আৰু আঠা ওলোৱা উদ্ভিদাদি দন্তধাবনত প্ৰশস্ত। এইবিলাক বচনৰ তাৎপৰ্য্য এই যে—

মানুহৰ মুখখনত ৰাতি ঘুমাই থাকোঁতে ওলোৱা লাল, কফ প্ৰভৃতিৰে দুৰ্গন্ধ হয়। যদি বিহিত কাঠ বা লতাৰে দাঁত মাজি মুখখন পৰিষ্কাৰ নকৰে, তেন্তে অনপতে দাঁতৰ বেমাৰ হৈ দাঁত পৰি গলে সকলো ভোগৰ পৰা বঞ্চিত হব। দাঁত পৰিষ্কাৰ নকৰা মানুহৰ ওচৰত মুখৰ গন্ধতে কোনো মানুহ থাকিব নোৱাৰা হব আৰু থাকিলে নিঃশ্বাস-প্ৰশ্বাস লওঁতে সেই দুৰ্গন্ধ ভিতৰত সুমালে তেওঁৰ স্বাস্থ্যভঙ্গ হব। পৰা মানুহৰ পক্ষে শব্দৰ উচ্চাৰণ নিয়মমতে নহয় আৰু কথা কবলৈ উৎসাহও নোহোৱা হয়। এই কাৰণে নিসিদ্ধ দিনক বৰ্জ্জন কৰি সদাই ৰাতিপুৱা বিহিত কাষ্ঠাদিৰে দন্তধাবন কৰিবৰ কথা কৈছে। এইবিলাকেৰে দাঁত মাজিলে দাঁতৰ গোড় কঠিন হৈ বাৰ্দ্ধক্য বয়সলৈ দাঁত থাকে। হিন্দুস্থানৰ মানুহে কাষ্ঠাদিৰে সদাই দন্তধাবন কৰাৰ নিমিত্তে তেওঁবিলাকৰ দাঁত বুঢ়া বয়সলৈকে থকা দেখিব পোৱা যায়। দন্তধাবনৰ উপকাৰিতা সম্বন্ধে আয়ুৰ্বেবদত বিশেষকৈ জানিব পাৰি দাঁতৰ ঔষধ যিবিলাক বস্তুৰে কৰে, প্ৰায় সেইবিলাকৰ উল্লেখ ইয়াত কৰিছে। নৃসিংহপুৰাণত কৈছে যে—

ভক্ষয়েচ্ছাস্ত্ৰদৃষ্টানি পৰ্ব্বস্বপিচ বৰ্জ্জয়েৎ ॥

শাস্ত্ৰানুসাৰে দন্তধাবন কৰিব আৰু পৰ্ব্বত দন্তধাবন বৰ্জ্জন কৰিব। ব্ৰহ্মপুৰাণত পৰ্ব্ব নিয়ম কৰিছে যে—

চতুৰ্দ্দশ্যাষ্টমীচৈব অমাবাশ্যাথ পূৰ্ণিমা।

পৰ্ব্বাণ্যেতানি ৰাজেন্দ্ৰ ৰবি সংক্ৰান্তিৰেবচ ॥

চতুৰ্দ্দশী, অষ্টমী, ষষ্ঠী, অমাবস্যা, পূৰ্ণিমা আৰু মাহিলীয়া

সংক্ৰান্তি এই কেই দিনক পৰ্ব্ব বোলে। নৃসিংহ পুৰাণত লিখিছে যে—

প্ৰতিপদ্দৰ্শষষ্ঠীষু নবম্যাঞ্চৈব সত্তমাঃ।
দন্তানাং কাষ্ঠ সংযোগাদ্দহত্যা সপ্তমং কুলম্॥

হে মহাত্মগণ। প্ৰতিপদ, অমাবাস্যা, ষষ্ঠী ও নবমী তিথিত দন্তধাবন কৰিলে সাত পুৰুষ নৰকগামী হয়। উপৰোক্ত দিনত দন্তধাবন নিষেধ কৰাৰ কাৰণ এই যে আমালোকৰ এই শৰীৰটো ক্ষুদ্ৰ ব্ৰহ্মাণ্ড। বিৰাট ব্ৰহ্মাণ্ডত যি যি বস্তু দেখিবলৈ পোৱা যায়, সেই সকলোৱে ক্ষুদ্ৰ ব্ৰহ্মাণ্ড স্বৰূপ এই শৰীৰত অতি সূক্ষ্মভাবে বিদ্যমান আছে তাক সহজে বুজিব নোৱাৰি। সদ্‌গুৰুৰ উপদেশানুসাৰে সেই সেই ক্ৰিয়াবেহে বুজিব পাৰি। এই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডতো চন্দ্ৰ, সূৰ্য্য, সাগৰ আছে। এই বৃহৎ ব্ৰহ্মাণ্ডত যেনেকৈ অমাবস্যাদিত যোৱাঁৰ হয়, তেনেকৈ এই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডতো সেই সেই তিথিত যোৱাঁৰ হয়। শৰীৰত জলৰ ভাগ বেচি হলেই কফ বৃদ্ধি হয়, আৰু কফ বৃদ্ধি হলেই পিত্তৰ বল কমি যায়। পিত্তে হৈছে আমালোকৰ শৰীৰৰ অগ্নি, সেই অগ্নিহে আমালোকৰ খোৱা বস্তু পৰিপাক কৰে। সেই অগ্নি বল কমিলে আৰু নতুনকৈ জল বৃদ্ধি হলে শৰীৰৰ বন্ধন শিথিল হয়। সেই নিমিত্তে তেতিয়া দন্তধাৱন কৰিব মানা কৰিছে। অৰ্থাত তেতিয়া দন্তধাবন কৰিলে দাঁতৰ গোড়ৰিলাকৰ বন্ধন আৰু বেচিকৈ শিথিল হয়, আৰু সেয়ে হলেই নানা প্ৰকাৰ দন্তৰোগে আগুৰি ধৰি সৰ্ব্ব ৰোগৰ নিদানস্বৰূপ দাঁত কেইটাক সৰুৱাই দিয়ে। সেই কাৰণে নিষিদ্ধ দিনত দন্তধাবন কৰিব মানা কৰিছে। আৰু

ৰৰকৈ ভয়ও দেখুৱাইছে যে নিষিদ্ধ দিনত দন্তধাবন কৰিলে সপ্তম পুৰুষৰ অধোগতি হয়। শাতাতপে কৈছে যে—

প্ৰতিপদ্দৰ্শষষ্ঠীষু নবম্যাং দন্তধাবনম্।
পত্ৰৈৰম্যত্ৰ কাষ্ঠৈশ্চ জিহ্বোল্লেখঃ সদৈবহি ॥

প্ৰতিপদ, ষষ্ঠী, অমাৱস্যা ও নবমীত ( নিষিদ্ধ দিনত ) পত্ৰেৰে দন্তধাবন কৰিব। অৰ্থাৎ তেনে কৰিলে দাঁতৰ মলো যাব, আৰু দাঁতৰ বন্ধনৰো একো অপকাৰ নহব। নিসিদ্ধ দিনত বাজে কাষ্ঠাদিৰে দাঁত মাজিব, কিন্তু জিভা হলে সদাই মাজিব। কাৰণ তাক কৰাৰ পৰা কোনো অপকাৰ নহয়, প্ৰত্যুত বাক্যপ্ৰয়োগ ও আস্বাদ গ্ৰহণৰ বিশেষ উপকাৰহে হয়। নৰসিংহ পুৰাণত লিখিছে যে—

অভাবে দন্তকাষ্ঠানাং প্ৰতিষিদ্ধ দিনে তথা।
অপাং দ্বাদশ গণ্ডূষৈৰ্ম্মুখশুদ্ধিৰ্ব্বিধীয়তে ॥

দন্ত কাষ্ঠ নাপালে আৰু নিসিদ্ধ দিনত ( পুৰ্ব্বোক্ত শাতাতপ বচনানুসাৰে পত্ৰ দ্বাৰা দন্তধাবন কৰিব নোৱাৰিলেয়ো ) ১২ বাৰ চোল জলেৰে মুখ সোধন কৰিব। ১২ চোল জলেৰে ধুলে অৱশ্য মুখৰ দুৰ্গন্ধ নাশ হব। দক্ষে কৈছে যে—

যাবচ্চ ৰাত্ৰিবাসোঽস্তি তাবদপ্ৰয়তো নৰঃ।
তস্মাদ্যত্নেন তত্ত্যাজ্যমাদৌ শুদ্ধিমভীপ্সতা ॥

যেতিয়ালৈকে ৰাতি পিন্ধা কাপোৰ থাকে, তেতিয়া-লৈকে মানুহ অপবিত্ৰ হয়, সেই নিমিত্তে শুচি হবৰ ইচ্ছা কৰা

মানুহে প্ৰথমতে তাক পৰিত্যাগ কৰিব। ইয়াৰ ভাবাৰ্থ এই যে ৰাতি শুই থাকোতে নব ছিদ্ৰেৰে শৰীৰৰ মল নিৰ্গত হৈ কাপোৰত লাগে, সেই কাপোৰখন পৰিত্যাগ নকৰিলে মানুহ কেনেকৈ শুদ্ধ (নিৰ্ম্মল) হব ? এনেকৈ দন্তধাবনৰ কথা লিখিলো। পাঠকগণ ! অইন কোনো ধৰ্ম্ম—গ্ৰন্থত এনেকৈ দন্তধাবনাদিৰ নিয়ম লিখিছেনে ? আপোনালোকে তাকে ভাবি চাওকচোন।

॥ ইত্যাচাৰবিজ্ঞানে দন্তধাবন প্ৰকৰণম্ ॥

দন্তধাৱন কৰাৰ পিচত দক্ষে কৈছে যে -

অস্নাত্বা নাচৰেৎকৰ্ম্ম জপহোমাদি কিঞ্চন।
লালাস্বেদসমাকীৰ্ণঃ শয়নাদুত্থিতঃ পুমান্ ॥
অত্যন্তমলীনঃ কায়ো নবচ্ছিদ্ৰ সমন্বিতঃ।
স্ৰবত্যেষ দিবা-ৰাত্ৰৌ প্ৰাতঃস্নানং বিশোধনম্ ॥
প্ৰাতঃস্নানং প্ৰশংসন্তি দৃষ্টাদৃষ্টফলংহিতৎ।
সৰ্ব্বমৰ্হতি পূতাত্মা প্ৰাতঃস্নায়ী জপাদিকম্ ॥

প্ৰাতঃস্নান নকৰি জপ, হোমাদি কোনো বৈদিক কৰ্ম্ম কৰিব নোৱাৰে। কাৰণ বিছনাৰ পৰা শুই উঠা মানুহৰ শৰীৰ লাল, ঘাম প্ৰভৃতিৰে সমাকীৰ্ণ হয়, কিয়নো এই শৰীৰটো নওটা ছিদ্ৰ থকাৰ নিমিত্তে অত্যন্ত মলিন। কাৰণ দিনে-ৰাতিয়ে সেই নব ছিদ্ৰেৰে মল ওলাই থাকে। তাক গুচাবৰ উপায় কেৱল প্ৰাতঃস্নানহে। ঋষিবিলাকে প্ৰাতঃস্নানৰ বহু প্ৰশংসা কৰিছে যে প্ৰাতঃস্নানেৰে শৰীৰ নিৰ্ম্মল আৰু মন পবিত্ৰ হোৱাৰ নিমিত্তে

মানসিক চিন্তা প্ৰধান জপ, হোমাদি সকলো উপাসনা সিদ্ধ হয়। প্ৰাতঃস্নানৰ কাল বিষ্ণুৱে কৈছে যে—

প্ৰাতঃস্নায়্যাৰুণকিৰণ গ্ৰস্তাং প্ৰাচীমবলোক্য স্নায়াৎ ॥

সূৰ্য্যোদয়ৰ পূৰ্ব্বে অৰুণোদয়ৰ সময় যোনে স্নান কৰে তাক প্ৰাতঃস্নায়ী বোলে। গতিকে উক্ত সময়হে প্ৰাতঃস্নানৰ কাল। ব্ৰহ্মপুৰাণত কৈছে যে—

প্ৰাতঃস্নানং ততঃ কৃত্বা সংক্ষেপেণ যথোদিতম্।
সন্ধ্যাঞ্চাপি তথা কুৰ্য্যাদিতি কাত্যায়নোঽব্ৰবীৎ ॥
যথাহনি তথা প্ৰাতঃ নিত্যংস্নায়াদনাতুৰঃ।
দন্তান্ প্ৰক্ষাল্য নদ্যাদৌ গেহে চেত্তদমন্ত্ৰবৎ ॥

যথাবিধি সংক্ষেপে প্ৰাতঃস্নান কৰি সন্ধ্যা কৰিবৰ কথা কাত্যায়নে কৈছে। যেনেকৈ মধ্যাহ্নকালত স্নান কৰে, তেনেকৈ প্ৰাতঃকালতো অৰোগী লোকে স্নান কৰিব। নদী আৰু জলাশয়ত দন্ত প্ৰক্ষালন কৰি মন্ত্ৰাদি উচ্চাৰণ কৰি তোলা পানীৰে হলে এনেই স্নান কৰিব। ভাবাৰ্থ এই যে ব্ৰাহ্মমুহূৰ্ত্তত উঠি উপৰোক্ত নিয়মে প্ৰাতঃকৃত্য, মল-মূত্ৰ ত্যাগ, দন্তধাৱন কৰোঁতে অনেক কাল যাব। গতিকে যথোক্ত নিয়মে স্নান কৰি সন্ধ্যা কৰিবৰ সময় নাথাকিবৰ খুব সম্ভাবনা, এতেকে সংক্ষেপে প্ৰাতঃস্নান কৰি সন্ধ্যা (উপাসনা) কৰিব। স্ৰোত থকা পানী সকলো পানীতকৈ স্বাস্থ্যকৰ আৰু নিৰ্ম্মল, তাতকৈ জলাশয়ৰ (পুষ্কৰিণ্যাদিৰ) পানী অস্বাস্থ্যকৰ আৰু মলিন। কাৰণ তাত যি বস্তু পৰে, তাৰ বদ্‌ৰসটো তাতেই থাকে। ইয়াতকৈয়ো তোলা পানী বেয়া,

কাৰণ নদী বা জলাশয়ত পানীৰ সুস্থত থাকি যেনেকৈ গা মাজি মলবোৰ এৰাব পাৰি তেনেকৈ তোলা পানীৰে মল পৰিত্যাগ কৰিব নোৱাৰি। সেই নিমিত্তে নদীৰ জল, তাৰ অভাৱত জলাশয়ৰ জল, তাৰ অভাৱতহে তোলা জল স্নানাদিত বিধান কৰিছে। ৰোগীৰ পক্ষে কিন্তু স্নান নিষিদ্ধ. কিয়নো জ্বৰাদি ৰোগত স্নান কৰিলে ৰোগ বৃদ্ধি হয়। কিন্তু যি ৰোগত (বায়ু ৰোগত) স্নানে অপকাৰ নকৰে, তেনেকুৱা ৰোগীৰ স্নান নিষিদ্ধ নহয়। সেই নিমিত্তে আয়ুৰ্ব্বেদত কৈছে যে—

স্নানমৰ্দ্দিত নেত্ৰাস্যকৰ্ণৰোগাতিসাৰিষু।
আধ্মান পীনসাজীৰ্ণভুক্তবৎসু চ গৰ্হিতম্॥

চক্ষু, কৰ্ণত ৰোগ হোৱা মানুহে অতিসাৰ হোৱা ৰোগী, পেট ফিকা, পীনস (নাসা ৰোগ) অজীৰ্ণ হোৱা মানুহে আৰু খাই-বৈ উঠা মানুহে স্নান কৰা ভাল নহয়। ৰোগীৰ পক্ষে জাবালে কৈছে যে—

অশিৰস্কং ভবেৎ স্নানং স্নানাশক্তৌ তু কৰ্ম্মিণাম্।
আৰ্দ্ৰেণ বাসসাবাপি মাৰ্জ্জনং দৈহিকং বিদুঃ॥

ৰোগীয়ে মূৰ নিতিজাই গা ধুব, তাক কৰিব নোৱাৰা হলে তিজা গামোছাৰে সমুদায় শৰীৰটো মাজি পেলাব। ইয়াৰ তাৎপৰ্য্য এই যে যি ৰকমে হওক শৰীৰৰ মল গুছাব লাগে সেই কাৰণে যদি সাধাৰণ ৰোগ হয়, তেন্তে মূৰ নিতিজাই গা ধুব। সিয়ো যদি অসহ্য হয়, তেন্তে তিজা গামোছাৰে ভালকৈ মাজি গাৰ মল গুছাব। দক্ষে কৈছে যে—

শৌচন্তু দ্বিবিধং প্ৰোক্তং বাহ্যমাভ্যন্তৰন্তথা ।
মৃজ্জলাভ্যাং স্মৃতং বাহ্যং ভাৱশুদ্ধিস্তথান্তৰম্ ॥

বাহ্যিক আৰু আভ্যন্তৰিক ভেদে দ্বিবিধ শৌচ উক্ত কৰিছে। মাটি আৰু পানীৰে যি শৌচ কৰা যায় তাক বাহ্যিক শৌচ বোলে। আৰু মনঃশুদ্ধিক আভ্যন্তৰিক শৌচ বোলে। এই বিষয় যাজ্ঞবল্ক্য মুনিয়ে কৈছে—

অসামৰ্থ্যাচ্ছৰীৰস্য কালশক্ত্যাদ্যপেক্ষয়া ।
মন্ত্ৰস্নানাদিতঃ সপ্তকেচিদিচ্ছন্তি শূৰয়ঃ ॥
মান্ত্ৰং ভৌমং তথাগ্নেয়ং বায়ব্যং দিব্যমেৱচ ।
বাৰুণং মানসঞ্চৈ সপ্তস্নানং প্ৰকীৰ্ত্তিতম্ ॥
আপোহিষ্ঠেতি বৈ মান্ত্ৰং মৃদালম্ভস্ত পাৰ্থিৱম্ ।
আগ্নেয়ং ভস্মনা স্নানং বায়ব্যং গোৰজঃ স্মৃতম্ ॥
যত্তু সাতপবৰ্ষেণ স্নানং তদ্দিবামুচ্যতে ।
বাৰুণঞ্চাবগাহশ্চ মানসং বিষ্ণুচিন্তনম্ ॥
সপ্তস্নানং যথোদ্দিষ্টং মন্ত্ৰস্নানক্ৰমেণ তু ।
কালদোষাদসামৰ্থ্যাৎ সৰ্ব্বং তুল্যফলং স্মৃতম্ ॥

শৰীৰ যেতিয়া স্নান কৰিব নোৱাৰা হয়, আৰু যেতিয়া স্নান কৰিবৰ সময় নোপোৱা হয়, এবং যেতিয়া স্নান কৰাৰ প্ৰয়োজন দেখা নাযায়, তেতিয়া মান্ত্ৰ, ভৌম, আগ্নেয়, বায়ব্য, বাৰুণ, মানস এই সাত বিধ স্নান বিধান কৰিছে। আপোহিষ্ঠা ইত্যাদি মন্ত্ৰ পাঠ কৰি মন আৰু শৰীৰ পবিত্ৰ কৰাৰ নাম মান্ত্ৰ স্নান। মাটি ঘঁহি সেইৰকম কৰাৰ নাম ভৌম স্নান, হোমৰ ভস্ম গাত ঘঁহি

তেনে কৰাৰ নাম আগ্নেয় স্নান। গৰুৰ খুৰাৰ আঘাতৰ পৰা উঠা ধুলি গাত মুহি তেনে কৰাৰ নাম বায়ব্য স্নান, গাত ৰ'দ লগাই তেনে কৰাৰ নাম দিব্য স্নান। কোনো কোনো পণ্ডিতে কয় যে ৰ'দ থকা বৰ্ষনৰ পানীৰে তেনে কৰাৰ নাম দিব্য স্নান। মন্ত্রাদি পাঠ নকৰি কেৱল জলেৰে তেনে কৰাৰ নাম অৱগাহ্ন স্নান, ঈশ্বৰৰ চিন্তাৰে তেনে কৰাৰ নাম মানস স্নান। মন্ত্রাদি ক্রমে উক্ত কৰা এই সাতোটি স্নান কাল শৰীৰাদি যোগ্যতানুসাৰে সমান ফল (শৰীৰ আৰু মনৰ নির্ম্মলতা) জন্মাব পাৰে। সেই নিমিত্তে মুনি সকলে কৈছে যে—

নৈর্ম্মল্যং ভাবশুদ্ধিশ্চ বিনা স্নানং ন জায়তে।
তস্মান্মনো বিশুদ্ধ্যর্থং স্নানমাদৌ বিধীয়তে ॥

স্নান নকৰিলে শৰীৰ নির্ম্মল আৰু মন পবিত্র হব নোৱাৰে, সেই কাৰণে সকল বৈদিক কর্ম্ম কৰাৰ আগেয়ে স্নান কৰিব। ইয়াৰ দ্বাৰা বুজা যায় যে শৰীৰ আৰু মন পবিত্র কৰাৰ প্রধান আৰু সহজ উপায় হৈছে স্নান। সেই কাৰণে স্নান নকৰি কোনো বৈদিক কর্ম্ম কৰিলে সি সিদ্ধ নহয়। কাৰণ উপাসনাত চিত্ত স্থিৰ কৰাই থাই কাম, তাটোই থান বাম বোলাৰ দৰে কিছু শব্দ উচ্চাৰণ কৰিলে বিশেষ একো ফল নহয় সেই নিমিত্তে যেভিয়া বাহিৰ স্নান কৰিব নোৱাৰা হয়, তেতিয়া মন্ত্রাদি ক্রমে স্নান বিধান কৰিছে। স্নানৰ নিয়ম মধ্যাহ্ন স্নানত বিশেষকৈ কোৱা যাব। প্রাতঃ স্নানৰ বিশেষ উপকাৰ ৰায়ু ৰোগগ্রস্ত আৰু প্রমেহ ৰোগ গ্রস্ত মানুহে বিশেষকৈ উপলব্ধি কৰিব পাৰে। পাঠক। যিসকল সভ্যৰ

আচাৰক আজি কালি নব্য শিক্ষিত নিলাকে শিক্ষণীয় বুলি কয়, সেই সকলে বোলে মাহেকত এদিন কি দুদিন হে গা ধোৱে।

* ইত্যাচাৰ বিজ্ঞানে প্ৰাতঃ স্নান প্ৰকৰণম্। *

স্নানৰ পিচত মহাভাৰতত কৈছে যে—

মৃত্তিকা তিলকং কুৰ্য্যাৎ স্নাত্বা হুত্বা চ ভস্মনা।
দৃষ্টদোষবিনাশাৰ্থং চাণ্ডালাদ্যস্য দৰ্শনে॥

স্নান কৰি উঠি মাটিৰে তিলক (ফোটা) মাৰিব। আৰু হোম কৰি উঠি ভস্মেৰে তিলক কৰিব। তেনেহলে, চণ্ডালাদি অমেধ্য বস্তু দেখিলে একো অপকাৰ নহয়। ইয়াৰ তাৎপৰ্য্য এই যে—পাঞ্চভৌতিক সকলো বস্তুতেই তেজ পদাৰ্থ বিদ্যমান আছে। মানুহৰ তেজৰ লগত সেই বেয়া বস্তুৰ তেজ সংযুক্ত হলে মানুহৰ ভাবাদি সেই প্ৰকাৰ হয়। পাঠক! কথাটি ভালকৈ বুজি পাইছে নে? বোধ কৰোঁ কোনো কোনো পাঠকে দৃষ্টান্তেৰে ভালকৈ দেখুৱাই নিদিলে কথাটো ভালকৈ হৃদয়ঙ্গম কৰিব নোৱাৰিব। সেই কাৰণে দৃষ্টান্তেৰে ফট্‌ফটীয়াকৈ দেখুৱাই দিওঁ যে—আনি ভাল ফল দেখিলে মনত এটি অপূৰ্ব্ব আনন্দ, (সদ্ভাৱ) দেৱতা প্ৰতিমা বা সাধুজনক দেখিলে ভক্তিভাব আৰু দুষ্ট লোকক দেখিলে ক্ৰোধ বা হিংসাৰ উদ্ৰেক হয় কিয়? ইয়াৰ কাৰণ এই যে যি বস্তুত যি গুণ আছে, সেই বস্তুৰ তেজে সৈতে আমাৰ চকুৰ তেজৰ সম্পৰ্ক হলে সেই বস্তুৰ গুণ আহি আমাৰ আশ্ৰয় লয়, সেই কাৰণে ধুনীয়া সুগন্ধি বস্তু দেখিলে আনন্দ দেৱতা বা সাধু দেখিলে ভক্তি আৰু দুশ্চৰিত্ৰ

মানৱক দেখিলে ক্ৰোধাদি জন্মে। বহুদিনৰ পৰা আমাৰ দেশত চকু লাগা বা নজৰ লাগা শব্দ এটি প্ৰচলিত আছে। সেই শব্দটাৰ অৰ্থ এই যে কোনো কোনো মানুহে কোনো কোনো বস্তুৰ ফালে তৎপৰি চাই থাকিলে সেই বস্তুটি নষ্ট হয় ইয়াৰ কাৰণো তেনেকুৱা। অৰ্থাৎ মানুহটোৰ চকুত এনেকুৱা বেয়া তাড়িত্ (তেজ) আছে যে সেই তাড়িতে সৈতে বস্তুটোৰ তাড়িত লগ লাগিলে সেই বস্তুটো নষ্ট হয়। ইয়াৰ প্ৰধান নিদৰ্শন তেতলিয়া। তাৰ দেহৰ আকাৰ মণিকাৰা সাপৰ নিচিনা। সি যাৰ ফালে তৎপৰি চাই থাকে, তাৰ পৰা তেজ আকৰ্ষণ কৰি ২০ মিনিট মান সময়ৰ ভিতৰতেই বুক, পেট, গাল সকলো অৱয়ৱ একেবাৰে ৰক্তময় হৈ উঠে। তাৰ চকুৰ এনেহে শক্তি যে দেখা বস্তুৰ ৰক্তকে লৈ যায়। এই যুক্তিৰ উপৰ সম্পূৰ্ণ নিৰ্ভৰ কৰি নীতিবিদ্ মহাকবিবিলাকে কৈছে যে—

হীয়তে হি মতিস্তাত হীনৈঃ সহ সমাগমাৎ।
সমৈশ্চ সমতামেতি বিশিষ্টৈশ্চ বিশিষ্টতাম্॥

অৰ্থহীনে সৈতে লগ লাগিলে মতি হীন হয়। সমানে সৈতে লগ লাগিলে সমান আৰু উৎকৃষ্টে সৈতে লগ লাগিলে উৎকৃষ্ট হয়। ইয়াত কাৰো আপত্তি হব পাৰে যে ভাল বেয়া দুটা বস্তু লগ লাগিলে কাৰ গুণ কোনে গ্ৰহণ কৰিব, তাতে যদি বেয়াৰ গুণ ধৰে, তেন্তে বেয়াই ও ভালৰ গুণ ধৰিব পাৰে তেনেহলে কবিৰ উক্তি থাকিল ক'ত? ইয়াত কোৱা যায় যে—"হীনৈঃ" "সমৈঃ" "বিশিষ্টৈঃ" এই তিনিওটা পদত বহুবচন দি ইয়াকে বুজাইছে যে-যোনটোই সবল অৰ্থাৎ অপেক্ষাকৃত যোনগুণ ডাঙৰ, সেয়ে তাতকৈ কম গুণৰ

অধীন কৰি লব পাৰে যেনে আঞ্জাত হালধি, জালুক, লোন সকলোৰে সমভাবে দিলে সকলোবিলাকৰে গুণ সমভাৱে উপলব্ধি হয়, তাৰ ভিতৰত যিটোই অধিক হয়, সেইটোৱেই ইতৰক অধীন কৰি লোৱা বাবে সেইটোৰ গুণ হে পোৱা যায়। অৰ্থাৎ লোণ বেছি হলে লোণৰ, জালা বেচি হলে জালাৰ আৰু হালধি বেচি হলে হালধিৰ হে সোৱাদ পোৱা যায় ই প্ৰত্যক্ষ সিদ্ধ। তেনেকৈ বেচি তপত পানীত অলপ শীতল পানী লগ লাগিলে সেই শীতল পানী তপত হয় আৰু বেচি শীতল পানী অলপ তপত পানী লগ লাগি শীতল হয়। সংসর্গজাদোষগুণা ভবন্তি।' এই মহাকবি বাক্যৰো সাৰ্থকতা এনেভাৱে ৰক্ষা কৰিব লাগিব। তেনেহলে আমি যেতিয়া উপাসনা কৰো, তেতিয়া যদি চাণ্ডালাদিক দেখিব পাও আৰু আমাৰ তাড়িতত্বকৈ তাৰ তাড়িতৰ শক্তি যদি বেচি থাকে, তেন্তে তাৰ তাড়িতে আমাৰ তাড়িতক লগ পাই তৎক্ষণাতে যে আমাৰ তাড়িতৰ গুণক (সত্বক) নষ্ট কৰিব পাৰে, ইয়াত অণুমাত্ৰ ও সংশয় থাকিব নোৱাৰে। এইটো নহবলৈ ব্ৰহ্মপুৰাণত কৈছে যে—

কৰ্ম্মাদৌ তিলকং কুৰ্য্যাদিত্যাদি।

বৈদিক কৰ্ম্ম কৰাৰ আগেয়ে তিলক (ফোটা) মাৰিব। ইয়াৰ ভাবাৰ্থ এই যে—তিলক সাধন মাটি, ভস্ম বা চন্দনৰ তাড়িত তিলক মাৰা আঙুলিৰ তাড়িত আৰু তিলক মাৰা অঙ্গৰ তাড়িত এই তিনিটা লগ লাগিলে চাণ্ডালাদি তমোগুণ বহুল বস্তুৰ তাড়িতে আহি আমাৰ তাড়িতৰ গুণ নষ্ট কৰিব নোৱাৰে। আৰু ভিন ভিন আঙুলিয়ে ভিন ভিন ফলো জন্মাব পাৰে। যথা ব্ৰহ্মপুৰাণত কৈছে যে—

অঙ্গুষ্ঠঃ পুষ্টিদঃ প্রোক্তঃ মধ্যমায়ুষ্করী ভবেৎ।
অনামিকাৰ্থদা নিত্যং মুক্তিদা চ প্রদোশনী॥

বুঢা আঙুলীৰে ফোঁট মাৰিলে পুষ্টি, মধ্যমাৰে তিলক কৰিলে আয়ুবৃদ্ধি, অনামিকা (কনিষ্ঠাৰ ওচৰৰ) আঙুলিৰে অৰ্থ লাভ আৰু (কিনা) আঙুলিৰে তিলক কৰিলে মুক্তি হয়। অৰ্থাৎ সেই সেই ফলোপযোগী গুণ জন্মাই। (লোকত দেখা যায় যে কোনো কোনো মানুহে কোনো বস্তুৰ ফালে তৎপনি চাই থাকিলে সেই বস্তুটো নষ্ট হয়। কাৰণ সেই মানুহ জনৰ তড়িতত বিষ আছে। এই নিমিত্তে ভাল বস্তুত বা খেতিত চোঁ দিয়া প্ৰথা প্রচলিত আছে। কাৰণ প্ৰথমতে বেয়া ভাৰিত তাতে লাগি তাৰ শক্তি প্রতিহত হোৱাৰ পিচত অন্য বস্তু লাগিলেও তাক নষ্ট কৰিব নোৱাৰে) ইয়াৰ পিচত প্রাতঃ সন্ধ্যা কৰিব।

ইত্যাচাৰ তিলক প্ৰকৰণম।

ইয়াৰ পিচত প্ৰথম যামাৰ্দ্ধত কৰিব লগা কাৰ্য্য দেখুৱাইছে —

দেৱকাৰ্য্যং ততঃ কৃত্বা গুৰুমঙ্গলবীক্ষণম্।
দিবসাস্ত্যাস্তভাগে তু সৰ্ব্বমেতৎ সমাচৰেৎ॥

প্ৰাতঃসন্ধ্যা কৰাৰ পিচত গুৰুৰ, মঙ্গল দ্ৰব্যৰ দৰ্শন, সেৱন, সম্ভাষণ প্ৰভৃতি কাৰ্য্য কৰিব। মঙ্গল দ্ৰব্যৰ কথা নাৰদে কৈছে যে—

লোকেঽস্মিন্ মঙ্গলান্যষ্টৌ ব্ৰাহ্মণো গৌৰ্হুতাশনঃ।
হিৰণ্যং সৰ্পিৰাদিত্য আপোৰাজা তথাষ্টমঃ॥

ব্ৰাহ্মণ, গো, অগ্নি, সোন, ঘিউ, সূৰ্য্য, জল আৰু ৰাজা এই আঠবিধ মঙ্গল্য দ্ৰব্য। এই সকলো সাত্বিক আৰু পবিত্ৰ বস্তু। ইবিলাকৰ দৰ্শনাদি দ্বাৰা সত্ব আৰু পবিত্ৰ ভাবৰ উদয় কৰাই মুখ্য উদ্দেশ্য। ইয়াক তিলক প্ৰকৰণত বহলাই কোৱা হৈছে। ইয়াৰ পিচত দক্ষে কৈছে যে—

আদৰ্শাঞ্জন মাঙ্গল্য দূৰ্ব্বাদ্যালম্ভনানিচ।
স্বমাত্মানং ঘৃতে পশ্যেঃ যদিচ্ছেচ্চিৰজীবিতাম্॥

আদৰ্শত (আচ্চিত) নিজৰ মুখৰ চেহাৰা চাব। চকুত অঞ্জন দিব। পুৰ্ব্বোক্ত মাঙ্গল্য বস্তু দৰ্শন কৰিব। দূৰ্ব্বা মুৰত লব। দীৰ্ঘজীবি হব খুজিলে ঘিউত নিজৰ প্ৰতিবিম্ব চাব। বিষ্ণুপুৰাণত কৈছে যে—

আচান্তস্তু ততঃ কুৰ্য্যাৎ পুমান্ কেশপ্ৰসাধনম্।

আচমন কৰি চুলি চুছি পৰিষ্কাৰ কৰিব। আচ্চিত নিজৰ মুখ চালে মনত এটা অনিৰ্ব্বচনীয় আনন্দ লাভ হয় আৰু মুখৰ চেহাৰা দেখাৰ পৰা নিজৰ স্বাস্থ্য সম্বন্ধে জ্ঞানও হয়। মূৰ চোচাৰ কাৰণ মূৰত মল হলে নিয়ম মতে মস্তিষ্কত বতাহ সোমাব নোৱাৰা হয় আৰু তাৰ পৰা পানী লগা প্ৰভৃতি অসুখ হয়, তাকে গুচাবৰ অৰ্থে মূৰটো পৰিষ্কাৰ কৰি ৰাখিবৰ উপদেশ দিছে। চকুত অঞ্জন দিলে দৃষ্টি—শক্তি বাঢ়ে আৰু চকু সতেজ হয়, সেই কাৰণে চকুত অঞ্জন দিব দিছে। মূৰত দূৰ্ব্বা

দোৱাৰ উদ্দেশ্য এই যে দুৰ্ব্বা যেনেকৈ ৰ'দত শুকাই থাকিযো অলপ সময়তে বৰ্দ্ধিত হয, তেনেকৈ ধৈৰ্য্য ধৰি নানা কষ্ট সহ কৰি কৰ্ত্তব্য কৰ্ম্ম সম্পাদন কৰি মযো তেনেকৈ পুত্ৰ পৌত্ৰাদি ক্ৰমে বৰ্দ্ধিত হম, এনেকৈ ভাবিব লাগে। ঘিউত নিজৰ প্ৰতিবিম্ব চোৱাৰ উদ্দেশ্য ঘিউৰ গন্ধ লোৱা। ঘিউৰ উপকাৰ সম্বন্ধে আয়ুৰ্ব্বেদত লিখিছে যে—

ঘৃতং সহস্ৰ বীৰ্য্যাংস্যাৎ বুদ্ধিবীৰ্য্য সহস্ৰকৃৎ ॥

অৰ্থাৎ ঘিউয়ে শাকাদি সাধাৰণ বস্তুতকৈ সহস্ৰগুণে বলাধান কৰে সহস্ৰগুণে বুদ্ধি আৰু বল বঢ়াই। সেই নিমিত্তে চাৰ্ব্বাক-বিলাকে কৈছিল যে—

যাবৎ জীবেৎ সুখং জীবেৎ ঋণংকৃত্বা ঘৃতং পিবেৎ ॥

অৰ্থাৎ মানুহ যিমানদিন বাচি থাকে সিমানদিন যিহতে সুখ পাই তাকেই কৰিব আৰু ধাৰ কৰিও ঘিউ কিনি খাব।

॥ ইত্যাচাৰবিজ্ঞানে প্ৰথম যামাৰ্দ্ধ কৃত্যম্ ॥

দক্ষে কৈছে যে—

দ্বিতীয়েচ তথাভাগে বেদাভ্যাসো বিধীযতে।

বেদাভ্যাসোহিবিপ্ৰাণাং পৰমংতপ উচ্যতে ॥

ব্ৰহ্মযজ্ঞঃ সবিজ্ঞেয়ঃ ষড়ঙ্গসহিতস্তথঃ।

ব্ৰাহ্মণবিলাকে দ্বিতীয় যামাৰ্দ্ধত বেদাভ্যাস কৰিব। ব্ৰাহ্মণৰ বেদাভ্যাস ই পৰম তপস্যা আৰু ষড়ঙ্গ সহিত বেদাভ্যাসকেই ব্ৰহ্মযজ্ঞ বোলে। বেদাভ্যাস পাঁচ প্ৰকাৰ যথা

বেদস্বীকৰণং পূৰ্ব্বং বিচাৰোঽভ্যসনং জপঃ।
তদ্দানঞ্চৈৱ শিষ্যেভ্যো বেদাভ্যাসোহি পঞ্চধা ॥

গুৰুৰ মুখৰ পৰা বেদ শ্ৰৱণ, বেদৰ অৰ্থানুসন্ধান, মুখস্থ কৰা, মানসিক চিন্তা, পঢ়ুৱা এই পাচবিধ বেদাভ্যাস। শঙ্খও কৈছে যে—

নবেদমনধীত্যান্যাং বিদ্যামধীয়ী • অন্যত্র বেদাঙ্গ স্মৃতিভ্যঃ ॥

বেদৰ অধিকাৰীবিলাকে বেদ আৰু অনধিকাৰীবিলাকে বেদাঙ্গ আৰু স্মৃতি পঢ়িব। বেদাঙ্গ হৈছে ছয়বিধ যথা—

শিক্ষাকল্পো ব্যাকৰণং ছন্দো জ্যোতিষমেবচ।
নিৰুক্তঞ্চেতি চাঙ্গানি বেদানাং গদিতানিষট্ ॥

শিক্ষা (বেদৰ উচ্চাৰণ নিৰ্ণায়ক গ্ৰন্থ) কল্প (যাগাদ্যুপদেশক গ্ৰন্থ) ব্যাকৰণ (শব্দ পদসাধক গ্ৰন্থ) ছন্দ, জ্যোতিষ, নিৰুক্ত ( বৈদিক শব্দ নিৰ্ব্বাচন গ্ৰন্থ )। কেনেকৈ পঢ়ুৱাব লাগে তাকে শিব-ধৰ্ম্মত লিখিছে যে—

সংস্কৃতৈ প্ৰাকৃতৈৰ্ব্বাক্যৈঃ যঃ শিষ্যমনুৰূপতঃ।
দেশ ভাষাদ্যুপায়ৈশ্চ বোধয়েৎ সগুৰুঃ স্মৃতঃ ॥

শিষ্য যেনেকৈ বুজিব পাৰে তেনেকৈ সংস্কৃত, প্ৰাকৃত, দেশ-ভাষা, সংস্কৃত গ্ৰন্থাদিৰে যোনে পঢ়ুৱাই তেওঁক গুৰু বোলে। দৈনন্দিন পাঠ ক'ত বন্ধ বাখিব। তাকে নন্দিপুৰাণত লিখিছে যে—

প্ৰশস্তশব্দসংযোগে কুৰ্য্যাদিতিবিৰমনং ॥

প্ৰশস্ত শব্দত পাঠ বন্ধ ৰাখিব। অৰ্থাৎ কোনো কৰিবলৈ দিয়াদিনা প্ৰথমতে শুভ শব্দ উচ্চাৰণ কৰিব পাৰিব। পাঠ সমাপ্তিৰ পিচত কি কৰিব লাগে তাকে তাতেই কৈছে যে

সমাপ্তে বাচকাভীষ্টং কুৰ্য্যাদেব বিচক্ষণঃ।
অশ্রুতং সুশ্রুতং ক্ৰয়াৎ গুৰুৰ্ব্যাখ্যাতুসৰ্ব্বদা।
লোকঃ প্ৰবৰ্ত্ততাং ধৰ্ম্মে ৰাজাচাস্তুসদাজয়ী।
ধনবান্ ধৰ্ম্মসম্পন্নো গুৰুচাস্তু নিৰাময়ঃ॥
ইতি প্ৰোচ্যযথায়াতং গন্তুৰাঞ্চবিভাবিতৈঃ।
শিষ্যৈঃ পৰম্পৰং শাস্ত্ৰং চিন্তনীয়ং বিচক্ষণৈঃ॥
কথাবস্তু প্ৰসঙ্গেন নানাব্যাখ্যানভাষণৈঃ।
যুক্তিভিশ্চম্মৰেৰিত্যাং চিহ্নৈশ্চাপি স্বয়ংকৃতৈঃ॥

পাঠ সমাপ্তিৰ পিচত গুৰুক প্ৰণামাদি দ্বাৰা তুষ্ট কৰিব আৰু ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিব যে "আমাৰ গুৰুৱে যি কথা শুনা নাই, তাকো যেন ভালকৈ শুনাব দৰে কব পাৰে। প্ৰজা সকল ধৰ্ম্মত থাকক। ৰাজা সদাই জয়ী হওক। আমাৰ গুৰু ধনবান, ধাৰ্ম্মিক আৰু আৰোগ্যবান হৈ সদাই থাকক। ইযাকে প্ৰাৰ্থনা কৰি পাঠ্যসকল আলোচনা কৰি নিজ নিজ স্থানলৈ যাব আৰু সময় মতে লগ লাগি সকলোৱে পাঠ্যৰ আলোচনা কৰিব। কোনো কথাৰ প্ৰসঙ্গত বা কোনো বস্তুৰ প্ৰসঙ্গত নানা প্ৰকাৰ যুক্তি তৰ্ক কৰি পাঠ্যৰ আলোচনা কৰিব আৰু সাঙ্কেতিক চিহ্নাদি দিব পাহৰিলেও যিটোকে দেখি বুজিব পাৰে। ইযাৰ তাৎপৰ্য্য এই যে সকলে পৰা জগতৰ হিত চিন্তা কৰা অভ্যাস কৰিব।

সংসাৰৰ নানা প্ৰকাৰ ঘাত-প্ৰতিঘাতৰ মাজতো তেনেকুৱা মনোভাব থাকিব পাৰে। এনেকুৱা নিয়ম কোন দেশত চলিত আছে পাঠক কব পাৰেনে? লঘু হাৰীতে কৈছে যে—

একমপ্যক্ষৰং যস্তুগুরুঃশিষ্যে নিবেদয়েৎ।
পৃথিব্যাং নাস্তিতদ্দ্ৰব্যং যদ্দত্বাসোহনৃণী ভবেৎ॥

গুৰুৱে শিষ্যক এটি মাত্ৰ অক্ষৰ শিকালেও শিষ্যে সেই ঋণ পৰিশোধ কৰিবলৈ পৃথিৱীত কি বস্তু আছে? এনেকুৱা কৃতজ্ঞতাৰ উপদেশ কোন ধৰ্ম্মত আছে আৰু নন্দীপুৰাণত উক্ত আছে যে

যোগুৰুং পূজয়েন্নিত্যং তস্য বিদ্যা প্ৰসীদতি॥

সদাই গুৰুক পূজা কৰিলে সৰস্বতী সুপ্ৰসন্না হয়। ইয়াৰ দৃষ্টান্ত মহাভাৰতত একলব্য, উপমন্যু, আৰুণি প্ৰভৃতিৰ চৰিত্ৰ বৰ্ণনাত পোৱা যায়। গ্ৰন্থৰ কলেবৰ বৃদ্ধিৰ ভয়তে সেই সকল উদ্ধৃত কৰা নহল। ভবিষ্যপুৰাণত লিখিছে যে—

উপাধ্যায়স্য যোবৃত্তিং দত্বাধ্যাপয়তি দ্বিজান্।
কিং নদত্তং ভবেত্তেন ধৰ্ম্মকামাৰ্থমিচ্ছতা॥

অধ্যাপকক বৃত্তি দি যোনে ছাত্ৰক পঢ়ুৱাই ধৰ্ম্ম, অৰ্থ, কামক ইচ্ছা কৰা তেৱেঁই কি দিয়া নহল। তাৎপৰ্য্যাৰ্থ এই যে জগতৰ শান্তিস্থাপক বহু মানুহ তৈয়াৰ কৰা লোকৰ সকলো ধৰ্ম্ম, অৰ্থ, কাম প্ৰাপ্তি হয়। নন্দীপুৰাণত লিখিছে যে—

বিস্মৰেচ্চ যথা মৌঢ্যাং যোঽপিশাস্ত্ৰমনুত্তমম্।
স যাতি নৰকং ঘোৰমন্ধকাৰং ভীমদৰ্শনম্॥

যোনে পঠিত উপদেশবোৰ পাহৰিব তেওঁ অক্ষয় ভয়ঙ্কৰ লোকত পৰিব। ইয়াৰ তাৎপৰ্য্য এই যে উপদেশবোৰ পাহৰি গলে কেনেকৈ সেইসকলৰ অনুষ্ঠান কৰিব আৰু অনুষ্ঠান নকৰিলে পঢ়া আৰু জন্ম ধৰাৰ সাৰ্থকতা নেথাকে, সঙিকে তাৰ উৰ্দ্ধগতি নহৈ অধোগতিহে হব। পাঠক। আমাৰ হিন্দু-শাস্ত্ৰত ছাত্ৰৰ অধ্যয়ন-কাল দিনৰ দ্বিতীয় যামাৰ্দ্ধহে বিধান কৰিছে প্ৰথম যামাৰ্দ্ধত স্নান, উপাসনাদি কৰাৰ পিচতে মন সুপ্ৰসন্ন আৰু শৰীৰ সুস্থ থাকে। সেই সময়ত মানসিক কাৰ্য্য সুন্দৰৰূপে হব পাৰে। সেই সময়ত যি পঢ়া যায়, সি মনত থাকে। যিহেতু সেই সময়ৰ পূৰ্ব্বে কোনো ৰকম সাংসাৰিক কাৰ্য্যে মন চাঞ্চল্য কৰা নাই। আজি কালি স্কুল কলেজত পঢ়াৰ সময় হৈছে দুপৰীয়া। সেই সময়ত কোনো কোনো ছাত্ৰই যেনেকৈ পাই তেনেকৈ ভুইয়ে পানীয়ে চাবিটা খাই দৌৰ মাৰিব লগা হয়। গৰমৰ দিনত ৰৌদ্ৰৰ উত্তাপত চট্‌ফট্ কৰিব লগা হয়, ঘৰত দেখি যোৱা নানা প্ৰকাৰ অশান্তিৰ কথা মনত পৰে, ইত্যাদি দোষ হয় বুলি ছাত্ৰৰ পাঠত নিয়ম মতে মনোযোগ নহয়। শিক্ষা বিভাগীয় কৰ্তৃপক্ষই এই বিষয়ে ভবা উচিত বুলি ভাবো। ৰাতি অধ্যয়ন কৰা কথা কৈছে যে—

প্ৰদোষ পশ্চিমৌযামৌ বেদাভ্যাসেনতৌনয়েৎ।
যামদ্বয়ং শয়ানশ্চ ব্ৰহ্মভূয়ায়কল্পতে॥

ৰাতি প্ৰথম প্ৰহৰত আৰু শেষ প্ৰহৰত বেদাভ্যাস (দ্বিতীয়

যামাৰ্দ্ধত পঢ়া পাঠাভ্যাস ) কৰিব। মাজৰ দুই প্ৰহৰ শুব। শেষ প্ৰহৰত পঢ়াৰ উপকাৰ, যিসকলে সেই সময়ত পঢ়ে তেওঁ-লোকে বুজিব পাৰে। দিনৰ কোনো প্ৰকাৰ গণ্ডগোল সেই সময়ত নেথাকে। মূৰ ঠাণ্ডা থাকে সেই সময় পঢ়া কথা মনত থাকে। পৰীক্ষাৰ ওচৰত আজি কালিও মনোযোগী ছাত্ৰসকলে শেষ ৰাতি উঠি পঢ়ে, তেওঁলোকে তাৰ উপকাৰ বেছ বুজে। তেওঁলোকেও যদি আলস্য ত্যাগ কৰি চিৰদিনে পঢ়ে তেন্তে তেওঁলোকৰ যে কিমান উপকাৰ হয় ভাবি চালে কি নুবুজিব? তেনেহলে বুজিও আজি কালি ছাত্ৰসকলে সদাই শেষ ৰাতি উঠি কিয় নপঢ়ে, ইয়াৰ কাৰণ অনুসন্ধান কৰিলে বুজা যায় যে আজি-কালিৰ ছাত্ৰ প্ৰায়েই জ্ঞানাৰ্থী নহয়, কেৱল পৰীক্ষোত্তীৰ্ণাৰ্থী। কোনোমতে পৰীক্ষাটো পাচ কৰিলে কৃতাৰ্থ হয়। ইয়াতে আৰু এটি কথা ভাবিবৰ আছে যে ছাত্ৰক ৰাতি দুপ্ৰহৰ মাত্ৰ শুব দিছে। তাৰ অধিক কাল শুব বোলা নাই কিয়? এই বিষয় আলোচনা কৰিলে বুজা যায় যে খোৱাৰ পিচত দুপ্ৰহৰ গাঢ় নিদ্ৰা হয়। তেতিয়া কোনো প্ৰকাৰ স্বপ্ন নেদেখে। তৰ ঘুমতি তত্তাৰ পিচত যি ঘুমতি হয় তাক স্বপ্নাবস্থা বোলে। সেই সময়ত মানুহে সপোন দেখে। সাধাৰণতঃ সিদিনা যিবোৰ কথা মনত লাগে তাকেহে দেখে। যৌৱন সম্ভাবিত সম্ভোগেচ্ছা জনিত শুক্ৰ ক্ষয় সেই সময়ত বহুতৰে হয়। সেই কাৰণে স্বপ্ন দেখা দুৰ কৰিবৰ উদ্দেশ্যে তৰ ঘুমতিৰ পিচত উঠি পঢ়িবৰহে কথা কৈছে। মানুহ মাত্ৰকে মনুৱে কৈছে যে—

ইন্দ্ৰিয়াণাং বিচৰতাং বিষয়েষ্বপকাৰিষু।
সংযমে যত্নমাতিষ্ঠেৎ বিদ্বান্ যন্তেৱবাজিনাম্ ॥

বিজ্ঞ সাৰথিয়ে দুষ্ট ঘোঁৰাক ইচ্ছামতে চলিব নিদি যেনেকৈ নিজৰ অধীনত ৰাখে, মানুহ মাত্ৰেই তেনেকৈ চাৰিওফালে অনিষ্ট কৰা বিষয়লৈ যাব খোজা ইন্দ্ৰিয়বিলাকক ইচ্ছামতে যাব নিদি নিজৰ অধীনত ৰাখিব শাস্ত্ৰত হিন্দু মানুহৰ পক্ষে ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, বানপ্ৰস্থ, ভিক্ষা এই চাৰিটা আশ্ৰম নিৰূপণ কৰিছে তাৰে প্ৰথম ব্ৰহ্মচৰ্য্য আশ্ৰমটোই প্ৰথম অধিকাৰী ছাত্ৰৰ পক্ষে নিৰ্দিষ্ট হৈছে। শুক্ৰ ধাৰণত হেতে ইয়াৰ মূল ভিত্তি। সেই শুক্ৰ ধাৰণৰ প্ৰধান উপায় হৈছে উপস্থ সংযম অন্যান্য ইন্দ্ৰিয় সংযম আনুষঙ্গিক। কিয়নো এই জননেন্দ্ৰিয়েই মানুহৰ দৈহিক ও মানসিক এৱং উন্নতি বিধান কৰিব পাৰে, আনে বিধান কৰিব নোৱাৰে। মৈথুন দ্বাৰা এই ব্ৰহ্মচৰ্য্য লোপ হয়। মৈথুন আঠ প্ৰকাৰ যথা

স্মৰণং কীৰ্ত্তনং কেলিঃ প্ৰেক্ষণং গুহ্যভাষণং।
সঙ্কল্পোহধ্যবসায়শ্চ ক্ৰিয়া নিষ্পত্তিৰেৱচ ॥
এতন্মৈথুনমষ্টাঙ্গং প্ৰবদন্তি মনীষীণঃ
অনুৰাগাৎ কৃতঞ্চৈৱ ব্ৰহ্মচৰ্য্য বিৰোধকম্।

স্ত্ৰীলোকৰ স্মৰণ, স্ত্ৰীলোকৰ ৰূপাদি কীৰ্ত্তন ও দৰ্শন, স্ত্ৰীলোকৰ লগত তামচা কিংবা ৰহস্যালাপ, মনে মনে সহবাসৰ ইচ্ছা, সহবাস কৰিবলৈ কায়িক চেষ্টা, আৰু সহবাস। এই আঠ প্ৰকাৰ মৈথুন বুলি মুনি সকলে কৈছে। পূৰ্ব্বোক্ত স্মৰণাদি কাৰ্য্য অনুৰাগতঃ অৰ্থাৎ সহবাসৰ ইচ্ছা কৰি যদি কৰে তেন্তে ব্ৰহ্মচৰ্য্য লোপ হয়।

কিয়নো অনুবাগ বশতঃ স্ত্ৰীলোকৰ দৰ্শনাদি কৰিলে জননেন্দ্ৰিয় উত্তেজিত হৈ মনশ্চাঞ্চল্য যে হয় সেই কথা সকলোৱে জানে। আৰু সেয়ে হলে সমস্ত শৰীৰৰ শুক্ৰ ধাতু আলোড়িত হয়। যেতিয়া আলোড়িত হলে বহিৰ্গত হয়। আৰু মনুৱে লিখিছে যে—

কামং ক্ৰোধঞ্চ লোভঞ্চ নৰ্ত্তনং গীত বাদনং।
দ্যূতঞ্চ জনবাদঞ্চ পৰিবাদং তথা নৃতম্।
স্ত্ৰীণাঞ্চ প্ৰেক্ষণালম্ভং উপঘাতং পৰস্য চ।
একঃ শয়ীত সৰ্ব্বত্ৰ ন ৰেতঃ স্কন্দয়েৎ ক্বচিৎ।
কামাদ্ধি স্কন্দয়ন্ ৰেতো হিনস্তি ব্ৰতমাত্মনঃ॥

কাম, ক্ৰোধ, লোভ, নৰ্ত্তন, গান, বাজনা, খেলা, নিন্দা, কাজিয়া মিথ্যা অনুৰাগবশতঃ স্ত্ৰীদৰ্শন ও স্পৰ্শন পৰৰ অনিষ্ট এই সকল কাৰ্য্য ছাত্ৰই নকৰিব। বিছনাত একাকী শয়ন কৰিব। কোনোমতে শুক্ৰপাত নকৰিব, ইচ্ছা কৰি যদি শুক্ৰপাত কৰে, তেন্তে নিজৰ ব্ৰহ্মচৰ্য্য ব্ৰত নষ্ট হব। পুৰ্ব্বোক্ত কামাদি বৰ্জ্জন কৰাৰ কাৰণ এই যে এইবিলাক কাৰ্য্য ৰজোগুণ বৰ্দ্ধক, চিত্ত চাঞ্চল্যকৰ, বিলাসিতাৰ ভিত্তৰত। শৰীৰ দৃঢ় নোহোৱাতে শুক্ৰক্ষৰণ হলে যে শৰীৰটো ঘুণে খোৱা বাহঁৰ দৰে হয়, তাক সকলোৱে বুজিব পাৰে। বাস্তৱিক পক্ষে দীৰ্ঘায়ুষ্য প্ৰভৃতিৰ মূল কাৰণ শুক্ৰ ধাতুই। দেহৰ সম্পূৰ্ণ গঠনৰ পুৰ্ব্বে যি দেহৰ পৰা শুক্ৰ ধাতু নিৰ্গত হয়, সেই দেহেৰে মানুহে কেতিয়াও সম্পূৰ্ণৰূপে বল, বুদ্ধি, মেধা, স্মৃতি, উৎসাহ, অধ্যবসায়, মনোযোগ, ধৈৰ্য্য, সুখ, সন্তোষ দীৰ্ঘায়ু লাভ কৰিব নোৱাৰে। মনপুতি কাৰ্য্যকে কৰিব নোৱাৰে। কাৰণ মনোবল কমি যায়। সেই কাৰণে

শাস্ত্ৰতো কৈছে যে— মৰণং বিন্দু পাতেন জীৱনং বিন্দু ধাৰণাৎ। অৰ্থাৎ শুক্ৰপাত হলে মৰণ হয় আৰু শুক্ৰ ধাৰণ কৰিলে জীৱন বাচে। সেই কাৰণে পৰম দয়ালু পৰমেশ্বৰে এই শুক্ৰ ধাতুক বহু মূল্য মণি-মাণিক্যাদিৰ দৰে হঠাতে নষ্ট হব নোৱাৰাকৈ মজ্জাৰ ভিতৰতহে ৰাখিছে। যথা—

অন্নাদ্ৰসঃ ৰসাৎ শোণিতং শোণিতান্মাংসং মাংসান্মেদঃ মেদসঃ।
স্নায়বঃ স্নায়ুভ্যোঽস্থীনি অস্থিভ্যোমজ্জা মজ্জাতঃ শুক্ৰমিতি॥

খোৱা বস্তুৰ সাৰভাগ ৰস, ৰসৰ সাৰভাগ তেজ, তেজৰ সাৰভাগ মাংস, মাংসৰ সাৰভাগ মেদ, মেদৰ সাৰভাগ স্নায়ু, স্নায়ুৰ সাৰভাগ অস্থি, অস্থিৰ সাৰভাগ মজ্জা আৰু মজ্জাৰ সাৰভাগ শুক্ৰ। সি মজ্জাৰ ভিতৰত থাকে। ইয়াৰ পৰা বুজা যাই যে খোৱা বস্তুৰ গুণানুসাৰে শুক্ৰ ধাতুৰ গুণ হয় আৰু শুক্ৰ ধাতুৰ গুণানুসাৰে সন্তানৰ গুণ হয়। সেই কাৰণে খোৱা বস্তুত ইমান বিচাৰ। মহাভাৰতত লিখিছে যে—

অহেৰিৱ গণাদ্ভীতঃ পৰান্নাচ্চ বিষাদিব।
ৰাক্ষসীভ্য ইব স্ত্ৰীভ্যঃ স বিদ্যামধিগচ্ছতি॥

যোনে সৰ্পৰ দৰে জনসমাজৰ (উৎসৱৰ পৰা) ভয় পাই, বিষৰ দৰে পৰান্নৰ (তেজৰ সম্পৰ্ক নথকা মানুহে ৰান্ধা বা চোৱা) পৰা ভয় পাই আৰু ৰাক্ষসীৰ দৰে স্ত্ৰীলোকৰ পৰা ভয় পাই তেওঁহে বিদ্যা লাভ কৰিব পাৰে। তাতেই আৰু লিখিছে যে—

দ্যূতং পুস্তক বাদ্যে চ নাটকেষু চা সক্তিতা।
স্ত্ৰিয়স্তন্দ্ৰী চ নিদ্ৰা চ বিদ্যাবিঘ্নকৰাণি ষট্॥

পাশা খেলা, অসৎ শাস্ত্র পঢ়া (উপন্যাসাদি শৃঙ্গাৰ ৰস প্ৰধান শাস্ত্র) বাজনা, নাটকত আশক্তি, স্ত্রী, আলস্য, নিদ্রা, এই ছয়টা বিদ্যা-বিঘ্নকৰ। উদ্দেশ্য যিহতে স্ত্রী সম্ভোগ ইচ্ছা জন্মে তেনেকুৱা কোনো কাৰ্য্যতে লিপ্ত নহব। তেনেখলে শিক্ষালয়ত লৰা ছোৱালীৰ সহ-শিক্ষা কেনেকৈ সম্ভব হয়। সহশিক্ষাৰ দোষ সম্বন্ধে পাঠকে বুজিব পাৰে। নীতি শাস্ত্ৰত লিখিছে যে—

ঘৃতকুম্ভ সমানাৰী তপ্তাঙ্গাৰসমঃ পুমান্।
তস্মাৎ ঘৃতঞ্চ কুম্ভঞ্চনৈকত্র স্থাপয়েদ্বুধঃ ॥

ঘিউৰ নিচিনা নাৰী তপ্তাঙ্গাৰৰ নিচিনা পুৰুষ এই কাৰণে দুয়োটাকে এঠাইত নাৰাখিব। মুঠতে কব লাগিলে ছাত্র-ছাত্রীৰ ভবিষ্যত জীৱনোপযোগী শিক্ষাৰ প্ৰচলন হোৱা নাই। স্বভাৱতে হওক বা এৰাব নোৱাৰা কাৰ্য্যতে হওক মনত কাম ভাবৰ উদয় হলে নিজৰ মাতৃ, ভগিনীৰ কথা ভাবিব লাগে আৰু পূৰ্ব্বোক্ত উপদেশবোৰৰ কথা ভাবিব লাগে। তেনে কৰিলে কামভাব দমি যাই। আজি-কালি সংক্ৰামক ৰোগৰ যেনে প্ৰাদুৰ্ভাব, পৰান্ন খোৱাৰ পৰা কতো ৰকম বেমাৰে যে মানুহক অসুচী কৰিব ধৰিছে তাক কোৱা বাহুল্য। বৰ পৰিতাপৰ বিষয় যে আধুনিক শিক্ষিত আৰু ভেওঁলোকৰ পৰিবাৰ-বিলাকে বান্ধনী নহলে ভাত ৰান্ধি খাবৰ ইচ্ছা নকৰে। আৰু বান্ধনী জন যে কেনেকুৱা মানুহ তাৰ প্ৰতিও লক্ষ্য নকৰে। আজি-কালি স্বপাকী বিলাকক প্ৰায়লোকে নিন্দা কৰে। আৰু ঘৃণাব্যঞ্জক অনুদা-বাদি শব্দ প্ৰয়োগ কৰে। ইতি পূৰ্ব্বে ভেজৰ, সম্পৰ্ক নথকা মানুহৰ হাতে নেখাইছিল। আগৰ ব্ৰহ্মভোজন তাৰ দৃষ্টান্ত।

মনুই কৈছে যে—

উপনীয় গুৰুঃ শিষ্যং শিক্ষয়েচ্ছৌচমাদিতঃ।
আচাৰমগ্নিকাৰ্য্যঞ্চ সন্ধ্যোপাসনমেবচ ॥

গুৰুৱে শিষ্যক উপনয়ন দি প্ৰথমতে শৌচ, স্নান, আচমন, দন্তধাবন, হোম, সন্ধ্যোপাসনা শিকাব। শৌচাদিৰ উপকাৰৰ কথা পূৰ্ব্বে কোৱা হৈছে। হোম আৰু সন্ধ্যোপাসনাৰ কথা যথাবসৰত কোৱা হব। বৰ পৰিতাপৰ কথা, আজি-কালি প্ৰায় ছাত্ৰে প্ৰাতঃকৃত্য, প্ৰাতঃস্নান, দন্তধাবন, সন্ধ্যোপাসনা নকৰা হৈছে। বহুতে বিছনাতে বহি বাতিপুৱা মুখ নোধোৱাকৈয়ে চাহ পান কৰে। চাৰিওফালৰ পৰা ফুৰি আহি আনকি পায়খানাদিত মলাদি ত্যাগ কৰি আহি তাৰ নানা প্ৰকাৰ বীজ লাগি থকা সেই কাপোৰ গাত ৰাখিয়েই আহাৰ কৰে। ক'তো বীজ যে আহাৰ্য্য বস্তুৰ লগত উদৰস্থ হয় তাক কোনে কব। ৰেল, জাহাজত কতো বেমাৰীৰ কতো ৰকম বেমাৰৰ বীজাণু থাকে তাৰ একো নিৰ্ণয় নাই। কিন্তু বহুত বাবুক দেখা যায় যে ৰেল বা জাহাজ থামিলে বাহিৰৰ পৰা খোৱা বস্তু কিনি নি বা নিজৰ লগত থকা খাদ্য বস্তু উলিয়াই তাতেহে খায়। তাৰ ফলত হৈছে যে, আলস্যাদন্নদোষাচ্চ মৃত্যুঃ বিপ্ৰান্ জিঘাংসতি। অৰ্থাৎ আলস্য ও অন্ন দোষৰ পৰা মৃত্যুয়ে মানুহক মাৰিব খোজে। পাঠক! সংক্ষেপতে দ্বিতীয় যামাৰ্দ্ধৰ কৃত্য কোৱা হল।

ইত্যাচাৰ বিজ্ঞানে দ্বিতীয় যামাৰ্দ্ধ কৃত্যম্।

ইয়াৰ পিচত তৃতীয় যামাৰ্দ্ধত কৰিব লগা কৰ্ম্মৰ কথা দক্ষে কৈছে যে—

তৃতীয়েচ তথা ভাগে পোষ্যবৰ্গাৰ্থ সাধনম্।

দিনৰ তৃতীয় যামাৰ্দ্ধত সাংসাৰিক কাৰ্য্য কৰিব, যাৰ দ্বাৰা পোষ্যবৰ্গৰ ভৰণ-পোষণ চলে। তেওঁৰে পোষ্যবৰ্গৰ কথা লিখিছে যে—

মাতাপিতা গুৰুভাৰ্য্যা প্ৰজাদীনাঃ সমাশ্ৰিতাঃ।
অভ্যাগতোঽতিথিশ্চাগ্নিঃ পোষ্যবৰ্গ উদাহৃতঃ॥
ভৰণং পোষ্যবৰ্গস্য প্ৰশস্তং স্বৰ্গসাধনম্।
নৰকং পীড়নেচাস্যতস্মাদ্ যত্নেন তং ভৰেৎ॥

মাতা-পিতা, গুৰু, ভাৰ্য্যা, সন্তান, দুখীয়া, আশ্ৰিত, অভ্যাগত (পৰিচিত আগন্তুক অৰ্থাৎ কুটুম্ব) অতিথি (অপৰিচিত আগন্তুক) সাগ্নিকৰ পক্ষে অগ্নি এইবিলাক পোষ্য (পুহিব লগীয়া) পোষ্যবৰ্গৰ ভৰণ-পোষণ কৰিলে স্বৰ্গ হয়। আৰু সেই সকলক দুঃখ দিলে নৰক হয়। এতেকে যত্ন পুৰ্ব্বক পোষ্যবৰ্গৰ ভৰণ-পোষণ কৰিব। ইয়াৰ ভাবাৰ্থ এই যে এই কৰ্ম্মক্ষেত্ৰত কৰ্ম্মৰ এনে এটা শক্তি আছে যে এজনে আন এজনৰ উপকাৰ কৰিলে উপকৃত লোক জনেও উপকাৰৰ দ্বাৰা উপকাৰীৰ ঋণ পৰিশোধ নকৰাকৈ থাকিব নোৱাৰে! যদি কোনোৱে সেই ঋণ পৰিশোধ নকৰে তেন্তে ধৰ্ম্মতঃ আৰু লোকতঃ তেওঁক অকৃতজ্ঞ অবিনীত আৰু ঋণী বুলি জগতত সকলোৱে কয়। এই কথা ব্যক্ত কৰিব লাগিলে এইখিনি কলেই হব যে মই এটা মহাজনৰ পৰা এটা টকা ধাৰে আনি কাৰ্য্য কৰিলো। যেতিয়ালৈকে সেই টকাটোৰ সলনি এটা টকা বা তন্মূল্য কোনো বস্তু সেই মহাজনক নিদিও, তেতিয়ালৈকে মই তেওঁৰ ওচৰত ঋণী হৈ থাকিম। আৰু মই দিব নুখুজিলেও বিচাৰকৰ ওচৰত গোচৰ কৰি মোৰ পৰা সেই

টকাটো সুদে সৈতে আদায় কৰি নিব পাৰিব। অনাদায়ত মোক জেলত থব পাৰিব। এই ব্যৱহাৰ সকলো ৰাজ্যতে সকলো সম্প্ৰদায় মানুহৰ ভিতৰত চলি আছে। তেনেহলে আমাৰ পিতা-মাই ওপজাৰে পৰা নিজে আৰ্জ্জি খাব নোৱাৰালৈকে কতো অসহ্য দুঃখ যন্ত্ৰণা সহি নিজে নেখাই-নলৈও খুৱাই-পিন্ধাই আমাক ডাঙৰ দীঘল কৰিছে। এতিয়া তেওঁলোক নিজে আৰ্জ্জি খাব নোৱাৰাত আমালোকে যদি তেওঁ-লোকৰ লালন-পালন নকৰো তেন্তে তেওঁলোকৰ ওচৰত আমি চিৰ-কাললৈ ঋণী হৈ নেথাকিম কিয়? আৰু যদি আমি গাৰ বলেৰে কৰিব নোখোজো তেন্তে জীৱৰ সুবিচাৰক পৰমেশ্বৰে আমাৰ সেই দুষ্কৰ্ম্মৰ ফল কাৰাগাৰ স্বৰূপ নৰকত কিয় নথব। সেই নিমিত্তে ঋণৰ পৰা মুক্ত হোৱা নিতান্ত আৱশ্যক বুলিহে মনু ব্যাস বৃহস্পতিয়ে কৈছে যে—

বৃদ্ধৌ চ মাতা পিতৰৌ সাধ্বীভাৰ্য্যা সুতঃ শিশুঃ।
অপ্যকাৰ্য্য শতংকৃত্বাভৰ্ত্তব্যা মনুৰব্ৰবীৎ॥

বৃদ্ধ পিতা-মাতা, পতিব্ৰতা ভাৰ্য্যা, নাবালক সন্তান এই কেইজনৰ ভৰণ-পোষণ শত অপকাৰ্য্য কৰিও কৰিব। পাঠক! এতিয়া বুজিব পাৰিছে যে কি কাৰণে এই ভাৰতবৰ্ষত পিতা-মাতা প্ৰভৃতিক কোনো সময়তে এৰি নিদিয়া (সদাই তেওঁলোকৰ ৰক্ষণা-বেক্ষণ কৰা) প্ৰথা প্ৰচলিত আছে। কিন্তু আজি-কালি সুসভ্য জগতত যিবিলাকে সভ্যবৰ্গৰ অগ্ৰণী হৈছে তেওঁলোকে পুত্ৰ বয়ঃপ্ৰাপ্ত হলে তেওঁলোকৰ ভিতৰত ভৰণ-পোষণাদি বিষয় কোনো সম্পৰ্ক নাৰাখে। বোধকৰো তেওঁলোকৰ ধৰ্ম্মশাস্ত্ৰত এনে কোনো বাঁধা বাঁধি নিয়ম নাই। পুত্ৰৰ শিক্ষা সমাপ্ত হলে পিতা

পুত্ৰ বিভিন্ন হৈ যোনে য'তে পাই ত'তে থকা দেখা যায়। তাকে দেখি ইংৰাজী শিক্ষাপ্ৰাপ্ত আমাৰ বাবু দলৰ অনেকেই পিতা-মাতা, ভাই-বন্ধু, জ্ঞাতি-গোষ্ঠী আনকি নিজৰ জন্মভূমি পৰ্য্যন্ত পৰিত্যাগ কৰি নিজৰ স্ত্ৰী, পুত্ৰ-কন্যাক লৈ নিজ কৰ্ম্মক্ষেত্ৰত সদাই বাস কৰা হৈছে। এই কাৰণে গাৰঁত শিক্ষিতৰ অভাৱত অবনতিয়ে হব ধৰিছে। ই বৰ অনুতাপৰ আৰু দুঃখৰ কথা যে তাত অনুমাত্ৰও সন্দেহ নাই। পুত্ৰ অভ্যাগত প্ৰভৃতিৰ পৰা যদিও আমি এতিয়া কোনো উপকাৰ পোৱা নাই সঁচা কিন্তু আমি এদিন এনে বিপদত পৰিম যে তেতিয়া তেওঁলোকৰ ওপৰতহে আমাৰ ভৰণ-পোষণাদি সমুদায় কাৰ্য্যৰ ভাৰ পৰিব। অৰ্থাৎ যেতিয়া পিতা-মাতা বৃদ্ধ বা ৰোগাদিৰ দ্বাৰা কাৰ্য্যাক্ষম হব তেতিয়া পুত্ৰৰ ওপৰত সমস্ত ভাৰ পৰিব। অভ্যাগত আৰু অতিথিৰ ভৰণ-পোসণ কৰাৰ কাৰণ এই যে কোনো মানুহে কাৰ্য্যবশতঃ স্থানান্তৰলৈ যাব লগা হোৱাত তেওঁলোকৰ ঘৰত থাকিবলগীয়া হব পাৰে। তেতিয়া আমাৰ পোষণাদিৰ ভাৰ তেওঁলোকৰ ওপৰত পৰিব। তেতিয়া তেওঁলোকৰ ওপৰত সেই ভাৰ নপৰিলে আমাৰ ৰক্ষণা-বেক্ষণ ও কাৰ্য্য কোনো ৰকমে হব নোৱাৰিব। এই কথা ধ্ৰুৱ যে কোনো মানুহে কাৰ্য্যবশতঃ স্থানান্তৰলৈ নোযোৱাকৈ থাকিব নোৱাৰে, তেতিয়া তেওঁৰ বাসোপযোগী ঘৰ-দুৱাৰ, বাচন-বৰ্ত্তন, কানি-কাপোৰ প্ৰভৃতি বস্তু লৈ যোৱা কেইজনৰ ভাগ্যত ঘটিব পাৰে। এই নিয়ম ভাৰতবৰ্ষ ভিন্ন আন দেশত নাই। সেই কাৰণে আন দেশত পিতাৰ ভাত বয়স্থ পুত্ৰে খালে বা বয়স্থ পুত্ৰৰ ঘৰত পিতাই

খালে দাম দিব লগা কথা শুনিব পোৱা যায়। প্ৰাচীন ভাৰতৰ পূৰ্ব্ব পুৰুষসকলৰ আচাৰ আলোচনা কৰিলে পোৱা যাই যে ৰজা প্ৰজা সকলোই দেশীয় ভোগ্যবস্তু ব্যৱহাৰ কৰি দেশীয় শিল্পৰ উন্নতি কৰিছিল। দেশীয় বস্ত্ৰ মোটা হলেও তাৰ দ্বাৰাই ভোগ সম্পাদন কৰিছিল। তাতেই যথেষ্ট সন্তুষ্ট আছিল। গতিকে সকলোৱে স্ব স্ব জাতীয় কাৰ্য্য কৰি জীৱিকা চলাব পাৰিছিল। তেতিয়া আজি-কালিৰ দৰে নিবনুৱা সমস্যা নাছিল। সকলোৱে খোৱা লোৱা, থকা-মেলা সকলো বিষয় সাধাৰণ ভাবে চলাই উপাৰ্জ্জিত ধন পাৰলৌকিক সুখাৰ্থে ধৰ্ম্ম-কৰ্ম্মাদিত ব্যয় কৰিছিল আৰু সেই কাৰ্য্যত অন্ধ, পঙ্গু প্ৰভৃতিৰ কাৰ্য্যাক্ষম লোকসকলৰ জীৱিকা নিৰ্ব্বাহ হৈছিল। তেতিয়াৰ ৰজাবিলাকৰ শাসন-ব্যয়াতিৰিক্ত ধন কিছু জমা হলেই যজ্ঞাদি কাৰ্য্য কৰোতে ধনাগাৰৰ দ্বাৰ উন্মুক্ত কৰি দি একেবাৰে নিঃস্ব হৈছিল। মহাভাৰতাদি খুলি চালে ইয়াৰ শত শত উদাহৰণ পোৱা যায়। মহাকবি কালিদাসৰ বৰ্ণনাত পোৱা যায় যে—

অদেয়মাসিৎত্ৰয়মেৱভূপতেঃ সিংহাসন তাম্ৰভৃতচামৰে ॥

অশ্বমেধ যজ্ঞ কৰাৰ সময়ত ৰজাৰ সিংহাসন আৰু উভা চামৰ ভিন্ন কোনো বস্তু দিবলৈ নাছিল। আজি-কালি ইংৰাজী শিক্ষা প্ৰচলনৰ লগে লগে মানুহ ভোগাসক্ত হৈ ধৰ্ম্ম কৰ্ম্মত উদাসীন হৈছে। তেওঁলোকে এতিয়া যি উপাৰ্জ্জন কৰে, তাৰ প্ৰায় ভাগেই বিদেশী শিল্পীবিলাকৰ ধনাগাৰ পৰিপূৰ্ণ কৰে। আৰু প্ৰায় ভাগেই স্ব-ধৰ্ম্ম-ক্ষেত্ৰত স্ত্ৰী, পুত্ৰ-কন্যাক ৰাখি নিজ পৰিয়ালৰ পৰা বিভিন্ন হৈ থাকোঁতে

থাকোঁতে বিভিন্ন হৈ পৰে। তেতিয়া নিজৰ ভাই-বন্ধু, জ্ঞাতি-গোষ্ঠি সকলোকে আনকি নিজৰ ওপজা গাওঁখনিকো ত্যাগ কৰিব লগা হয়। কাৰণ তেওঁলোকে স্ত্রী, পুত্র-কন্যাক এনে ভাবে অকৰ্ম্মণ্য কৰি তোলে যে তেওঁলোকে গাওঁত থাকি স্বাধীন ভাবে গৃহকাৰ্য্য চলাই খাই-লৈ থাকিব নোৱাৰে। তেওঁলোকে বদ্ধাৰ পৰা বজাৰ কৰালৈকে সকলো বিষয়তে পৰাধীনতা আগ্রহেৰে গ্রহণ কৰে। গতিকে নিজ পৰিয়াল-টোৰ ফালে পিঠি দি কেবল ভোগাসক্ত হৈ উপাৰ্জ্জিত ধন বিদেশলৈ পঠিয়াই সুখ ভোগ্য বস্তু ক্রয় কৰে। আৰু ধনীলোকৰ ভোগ দেখি নিজে সেই ভোগ্য বস্তু ক্রয় কৰিব নোৱাৰিলে সদাই অসন্তুষ্ট হৈ থাকে। গতিকে ধৰ্ম্ম-কৰ্ম্মাদিৰ ফালে একেবাৰে পিঠি দিয়া হয়। ভোগাসক্ত বিদেশী লোকৰ অনুকৰণ প্রিয় এই সকল বাবুৰ পৰা দেশৰ, জাতিৰ আৰু ধৰ্ম্মৰ যে কিমান হানি হৈছে তাক কোৱা টান। বৰ্ত্তমান যে সমাজ ধংসকাৰী বৰপন প্ৰথা ওলাল, ইয়ো বাবু শ্ৰেণীৰ পৰা। কাৰণ তেওঁলোকে কন্যাক এনে ভাবে অকৰ্ম্মণ্য কৰি তোলে যে বান্ধনী চাকৰ আৰু সুখ ভোগ্য বস্তু যোগাৰ কৰিব পৰা বৰক দিব নোৱাৰিলে কোনোমতে নহয়। সেই কাৰণে বি-এ, এম এ. পাচ কৰা বা এনে হবৰ উপযুক্ত বৰক টকা দি কিনি আনি বা পঢ়ুৱাই শুনুৱাই তেনে উপযুক্ত কৰি অথবা তেনে উপযুক্ত কৰিবলৈ ব্যয় বিধান কৰি বিয়া দিয়ে। তাকে দেখি আজি প্ৰায় বৰে আৰু অভি-ভাৱকে টকাৰ বা সাহায্যৰ দাবি কৰি বহা হৈছে। সেই বাবে আজি-কালি সমাজত কন্যাদায় এটি উৎকট ব্যাধিৰ দৰে সমাজ ধংস কৰিবলৈ উদ্যত হৈছে। এনে ভাবে আৰু কিছুদিন চলিলে কন্যা বিবাহ

প্ৰথা একেবাৰে উঠি যাব আৰু নানা পাপে আক্ৰমণ কৰিব। আৰু এতিয়া এক শ দুই শ টকালৈ এই প্ৰথা প্ৰচাৰ কৰিলে এদিন নিজেও যে হেজাৰে হেজাৰে টকা দিব লাগিবও পাৰে, ইযাকো সকলোৱে ভবা উচিত। সেই কাৰণে কি শিক্ষিত কি অশিক্ষিত সকলোৱে এক মত হৈ সমাজৰ পৰা এই কু-প্ৰথা উঠাই দিব লাগে।

একেটা হোকাতে তামাখু খোৱা আৰু চাহ পান প্ৰথাটোও এনে ভাবে প্ৰচাৰ হৈছে যে প্ৰায় মানুহেই য'তে ত'তে যেতিয়াই তেতিয়াই যেনে তেনে প্ৰকাৰে চাহ পান কৰি আৰু একেটা হোকাতে তামাখু খাই সংক্ৰামক ৰোগসকল ব্যাপিবৰ সুবিধা কৰিব ধৰিছে। বাস্তৱিক পক্ষে চাহ পিত্তবৰ্দ্ধক, আমাৰ গৰম দেশৰ মানুহৰ পক্ষে সদায় তাৰ ব্যৱহাৰ কৰাৰ পৰা পিত্তৰোগ হয়। এনেকুৱা বহুত কু-আচাৰ আহি গাওঁত সোমাই গাওঁৰ পুৰাতন আচাৰ ব্যৱহাৰ সমূলে উৎপাটন কৰি তাণ্ডৱনৃত্য আৰম্ভ কৰিছে। পাঠক! ইংৰাজী শিক্ষাৰ যে গুণ নাই এনে কথা কোৱা নাই। আমাৰ দেশত লোপ পোৱা জড়বিজ্ঞান ইংৰাজী শিক্ষাৰ পৰা প্ৰচলিত হৈছে। কিন্তু দুঃখৰ বিষয় কিছুমান শিক্ষাৰ্থীয়ে আমাৰ নিজৰ গৌৰৱৰ বিষয় সদাচাৰ সৎকাৰ্য্য সকল ত্যাগ কৰিছে। আমাৰ সদাচাৰ প্ৰভৃতি ৰক্ষা কৰি ইংৰাজী শিক্ষাৰ পৰা জড়বিজ্ঞানখিনি লব লাগে। তাকে নকৰি আমাৰ ত্যাগৰ আদৰ্শ ত্যাগ কৰি ইংৰাজৰ ভোগৰ আদৰ্শ গ্ৰহণ কৰাটোৱেই হৈছে স্বাধীনতাৰ পৰিপন্থী। আজি যে ভাৰতে স্বাধীনতা পাইছে সেই স্বাধীনতা ত্যাগৰ আদৰ্শতহে পাইছে, ভোগৰ আদৰ্শত পোৱা নাই। কিন্তু ভোগৰ পৰা পৰাধীনতা দৃঢ়হে হয়। এইবিলাক

আলোচনাৰ স্থান ইযাত নাই। গতিকে প্ৰকৃত অনুকৰণ কৰো।
ব্ৰাহ্মণাদিৰ কৰ্ত্তব্য কৰ্ম্মৰ কথা মনুৱে কৈছে যে —

অধ্যাপনমধ্যয়নং যজনং যাজনং তথা।
দানং প্ৰতিগ্ৰহশ্চৈব ষট্ কৰ্ম্মাণ্যগ্ৰজন্মনঃ ॥
ষণ্ণান্তু কৰ্ম্মণাং মধ্যে ত্ৰীণীকৰ্ম্মাণি জীবিকা।
যাজনাধ্যাপনেচৈব বিশুদ্ধাচ্চ প্ৰতিগ্ৰহঃ ॥

অধ্যাপন (পঢ়োৱা) অধ্যয়ন (পঢ়া) যজন (বৈদিক পৈত্ৰিক কাৰ্য্য কৰা) দান, পতিগ্ৰহ (জলাচৰণীয় জাতিৰ পৰা দান লোৱা) এই ছয়বিধ কৰ্ম্ম ব্ৰাহ্মণৰ। এই ছয়টাৰ ভিতৰত অধ্যাপন, যাজন, প্ৰতিগ্ৰহ এই তিনিটা ব্ৰাহ্মণৰ জীৱিকা (ধনাৰ্জ্জনৰ উপায) এই তিনিটা কাৰ্য্য ক্ষত্ৰিয়াদিৰ পক্ষে নিষিদ্ধ বুলি মনুৱে কৈছে যে—

ত্ৰয়োধৰ্ম্মানিবৰ্ত্তন্তে ব্ৰাহ্মণাৎ ক্ষত্ৰিয়ং প্ৰতি।
অধ্যাপনং যাজনঞ্চ বিশুদ্ধাচ্চ প্ৰতিগ্ৰহঃ ॥
বৈশ্যং প্ৰতি তথৈবৈতে নিবৰ্ত্তেৰন্নিতি স্থিতিঃ।
নতৌ প্ৰতিহিতান্‌ধৰ্ম্মান্ মনুৰাহ প্ৰজাপতিঃ ॥

পূৰ্ব্বোক্ত যাজনাদি তিনিটা কাৰ্য্য ক্ষত্ৰিয় বৈশ্যৰ প্ৰতিবিধান কৰা নাই। তেওঁলোকৰ পক্ষে বিধান কৰিছে যে—

শস্ত্ৰাস্ত্ৰভৃত্বং ক্ষত্ৰস্য বণিক্ পশুকৃষিৰ্বিশঃ।
আজীবনাৰ্থং ধৰ্ম্মস্তু দানমধ্যয়নং যজিঃ ॥

ক্ষত্ৰিয়ে অস্ত্ৰ-শস্ত্ৰ ধাৰণ দ্বাৰা, বৈশ্যে বাণিজ্য, পশুপালন, কৃষি দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিব। উক্ত উপায়ৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ নহলে ব্ৰাহ্মণৰ পক্ষে মনুৱে কৈছে যে—

এবং স্বধর্ম্মোবিগুণঃ ন পাৰক্যঃ স্বনুষ্ঠিতঃ।
পৰধৰ্ম্মাশ্ৰয়াদ্বিপ্ৰো সদ্যঃ পতিত জাতিতঃ ॥
অবৃত্তি কৰ্ষিতঃ সীদন্নিমং ধৰ্ম্মং সমাচৰেৎ।
সৰ্ব্বতঃ প্ৰতিগৃহ্নীয়াৎ ব্ৰাহ্মণস্ত্বনয়ং গতঃ ॥
নাধ্যাপনাৎ যাজনাদ্বা গৰ্হিতাদ্বা প্ৰতি গ্ৰহাৎ।
দোষো ভৱতি বিপ্ৰাণাং জলনাম্বু সমাহিতে ॥

ভালকৈ কৰা পৰৰ কাৰ্য্যতকৈ বেযাকৈ কৰা নিজ কাৰ্য্যই ভাল। ব্ৰাহ্মণাদিয়ে পৰ ধৰ্ম্ম কৰিলে স্বজাতিচ্যুত হয়। নিজৰ ভাল ধৰ্ম্মৰ দ্বাৰা চলিব নোৱাৰিলে বেযাকৈ কৰিব। ব্ৰাহ্মণে নিজৰ সদ্বৃত্তি দ্বাৰা চলিব নোৱাৰিলে সকলো জাতিৰে দান প্ৰতিগ্ৰহণাদি কাৰ্য্য কৰিব। হীন জাতিৰ অধ্যাপন যাজন আৰু প্ৰতিগ্ৰহৰ পৰা বিপদগ্ৰস্ত ব্ৰাহ্মণৰ একো দোষ নহয়। যি হেতু তেওঁলোক অগ্নি আৰু জলৰ সমান। ইযাতো জীৱিকা নচলিলে তেওঁয়েই কৈছে যে—

অজীবাস্তু যথোক্তেনব্ৰাহ্মণঃ স্বেন কৰ্ম্মণা।
জীবেৎ ক্ষত্ৰিয় ধৰ্ম্মেণ সহ্যস্যপ্ৰত্যানন্তৰং ॥
উভাভ্যামপ্যজীবংস্তু কথং স্যাদিতিচেদ্ভবেৎ।
কৃষিগোৰক্ষমাস্থায় জীবেৎ বৈশ্যস্য জীবিকাং ॥

ব্ৰাহ্মণে স্ব কৰ্ম্মৰদ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিব নোৱাৰিলে হীন স্ববৃত্তিৰদ্বাৰা, অসদ্ অধ্যাপন, অসদ্ যাজন, অসৎ প্ৰতিগ্ৰহৰ দ্বাৰা জীৱিকা যাপন কৰিব। তাৰদ্বাৰাও জীৱিকা নচলিলে অনন্তৰ বৰ্ণৰ অৰ্থাৎ ক্ষত্ৰিয় বৃত্তিৰে জীৱিকা নিৰ্ব্বাহ কৰিব। তাৰদ্বাৰাও নচলিলে বৈশ্য-বৃত্তি বানিজ্য, পশুপালন, কৃষি অৱলম্বন কৰিব। আৰু কৈছে যে—

কৃষিং সাধ্বিবতিমন্যন্তে সা বৃত্তিঃ সদ্বিগর্হিতা।
ভূমিং ভূমিশয়াংশ্চৈব হন্তি কাষ্ঠমযো মুখম ॥

কিছুমানে বৈশ্য বৃত্তিৰ ভিতৰত কৃষিকে ভাল বোলে। আৰু কিছুমানে অয়োমুখ কাষ্ঠৰ দ্বাৰা অৰ্থাৎ ফালথকা নাঙলৰদ্বাৰা মাটি কৰ্ষণ আৰু মাটিত থকা জীব হত্যা কৰা বাবে কৃষিক বেয়া বোলে। বৃহস্পতিয়ে কৈছে যে—

কুসীদকৃষি বাণিজ্যং প্ৰকুৰ্ব্বীতা স্বয়ং কৃতম্।
আপৎ কালে স্বয়ংকুৰ্ব্বন্নৈনসাযুজ্যতে দ্বিজঃ ॥
লব্ধলাভঃ পিতৃন্ দেবান্ ব্ৰাহ্মণাংশ্চৈব ভোজয়েৎ।
তে তৃপ্তাস্তস্য তং দোষং শময়ন্তি ন সংশয়ঃ ॥
বণিক কুসীদীদদ্যাত্তু বস্ত্ৰ গোকাঞ্চনাদিকং।
কৃষিবল্যেহন্ন পানাদি য়ান শয্যাসনানিচ ॥
পণ্যেভ্যো বিংশকং দত্বা পশু স্বৰ্গাদিকং শতম্।
বণিক্ কুসীদ্য দোষঃস্যাৎ ব্ৰাহ্মণানাঞ্চ পূজনাৎ ॥
ৰাজ্ঞে দত্বাতুষড্ভাগং দেবতানাঞ্চবিংশকং।
ত্ৰিংশদ্ভাগন্তু বিপ্ৰাণাং কৃষিং কৃত্বা নদোষভাক্ ॥

ব্ৰাহ্মণে নিজ কৰ্ম্ম বা ক্ষত্ৰিয় কৰ্ম্মৰ দ্বাৰা আৰু ক্ষত্ৰিয়ে নিজ কৰ্ম্মৰ দ্বাৰা জীবিকা নিৰ্ব্বাহ নহলে বৈশ্যবৃত্তি অৰ্থাৎ সুদ লোৱা কৃষি, বানিজ্য কৰ্ম্ম অন্য দ্বাৰা কৰিব। সিও অসম্ভৱ হলে বা তাৰ দ্বাৰা নচলিলে উক্ত কাৰ্য্য নিজে কৰিলেও পাপ নহয়। কিন্তু খাই বৈ যি অৱশিষ্ট থাকে তাৰ দ্বাৰা পিতৃকৃত্য দেৱতা পুজা ব্ৰাহ্মণ-ভোজনাদি কাৰ্য্য কৰিলে উক্ত বৈশ্য কাৰ্য্য কৰা বাবে হোৱা পাপ

বিনষ্ট হয়। আৰু বেপাৰী বা মহাজনে বস্ত্ৰ, গো, স্বৰ্ণাদি দান বিশেষ কৈ কৰিব। মহাজন বেপাৰীয়ে অৱশিষ্ট লাভৰ পশু স্বৰ্ণাদিৰ শত ভাগৰ এভাগ আৰু অন্য বস্তুৰ বিশ ভাগৰ এভাগ ব্ৰাহ্মণক দিব। কৃষকে অৱশিষ্ট বস্তুৰ ৰজাক ছয় ভাগৰ এভাগ, দেৱতাক দশ ভাগৰ এভাগ আৰু ব্ৰাহ্মণক ত্ৰিশ ভাগৰ এভাগ দিব। এনে কৰিলে কৃষি কৰা বাবে একো দোষ নহয়। পৰাশৰে কৈছে যে

ষট্ কৰ্ম্মনিৰতো বিপ্ৰঃ কৃষি কৰ্ম্মাণি কাৰয়েৎ।
স্বয়ং কৃষ্ট তথা ক্ষেত্ৰে ধান্যৈশ্চ স্বয়মাৰ্জ্জিতৈঃ
নিৰ্ব্বপেৎ পঞ্চ যজ্ঞানি ক্ৰতু দীক্ষাংশ্চ কাৰয়েৎ॥

ব্ৰাহ্মণে নিজৰ যাজনাদি ছয় বিধ কাৰ্য্যত ৰত থাকি কৃষি কৰ্ম্ম কৰাব। ভদ্ৰভাবে নিজে কৰিব। নিজে কৰ্ষণ কৰা মাটিত নিজে অৰ্জ্জা ধানেৰে পঞ্চ মহাযজ্ঞ আৰু নানা বিধ যাগ যজ্ঞাদি কৰিব। মাৰ্কণ্ডেয় পুৰাণও কৈছে যে—

পাদেন তস্য পাৰক্যং কুৰ্য্যাৎ সঞ্চয়মাত্মবান্।
অৰ্দ্ধেনচাত্মভৰণং নিত্যনৈমিত্তিকন্তথা
পাদস্যাৰ্দ্ধাৰ্দ্ধমৰ্থস্য মূলভূতং বিবৰ্দ্ধয়েৎ॥

বহুত ধন লাভ হলে আধাৰে ভৰণ পোষণ নিত্য নৈমিত্তিক কাৰ্য্য কৰিব। আৰু এক চতুৰ্থাংশৰে পৰ-জন্মত ভাল হোৱাৰ কাৰণে কাম্যকৰ্ম্ম কৰিব আৰু অৱশিষ্ট চতুৰ্থাংশ সঞ্চয় কৰি বৃদ্ধি কৰিব। শুদ্ৰ পক্ষে মনুৱে কৈছে যে—

অশক্নুবংস্তু শুশ্ৰূষাং শূদ্ৰঃ কৰ্ত্তুং দ্বিজন্মনাং।
পুত্ৰদাৰাত্যয়ং প্ৰাপ্তো জীবেৎ কাৰু কৰ্ম্মভিঃ॥

শূদ্রে দ্বিজ শুশ্রূষা ( ত্রিবর্ণৰ কাৰ্য্যত সাহাৰ্য্যৰ দ্বাৰা ) জীৱিকা নির্ব্বাহ কৰিব নোৱাৰিলে শিল্পাদি কাৰ্য্য দ্বাৰা জীৱিকা নির্ব্বাহ কৰিব। পাঠক! এই খিনিতে এইটো বিচাৰ্য্য যে মানুহৰ জাতি বিভাগ মুলৰ পৰা নে এতিয়া কৰা? এই বিষয়ে আধুনিক কিছু-মান শিক্ষিতে ঋষি-মুনিৰ দিনত কৰা বুলিহে কয়। কিন্তু তাৰ প্ৰমাণস্বৰূপে "চাতুর্ব্বর্ণাং ময়াসৃষ্টং গুণকৰ্ম্ম বিভাগশঃ" এই ভগবদ্ গীতাৰ বচনটিৰ উল্লেখ কৰে। ইয়াত "ময়াসৃষ্টং" ইয়াৰ দ্বাৰা ঈশ্বৰে সৃষ্টি কৰাহে বুজা যায়। ঋষিবিলাকে ভাগ কৰি দিয়া কেনেকৈ বুজে পাঠক। ভাবি চাওক। গৌতম মুনিয়ে জাতি সম্বন্ধে যুক্তি দিছে যে "উদ্ভিদ্ কৃমিকৰ্ণবৰ্ণাঃ" গছ ও পোক বিলাকৰ যেনেকৈ প্ৰথমটো ঈশ্বৰেচ্ছাতে য'তে ত'তে হয় আৰু তাৰ পৰা যিবোৰ হয়, সিয়ো সেই জাতীয়হে। দৃষ্টান্তস্বৰূপে কোৱা যায় যে গছবিলাক জঙ্গলাদিত আপোনা আপুনি গজে। আৰু তাৰ গুটিৰ পৰা সেই জাতীয় গছ জন্মাহে দেখা যায়। কচুৰ পাতত প্ৰস্ৰাব কৰি বান্ধি থৈ পিচ দিনা খুলি চালে দেখিব যে তাত কিছুমান মহ জন্মিছে আৰু তাৰ পৰা বহুত মহ হোৱা দেখা যায়। তেনেকৈ প্ৰথমে ঈশ্বৰেচ্ছাতে চাৰি জাতৰ মানুহ হয়। তাৰ পৰা যিবোৰ মানুহ হৈছে সিও সেই জাতীয়হে হয়। ইয়াক দুই বুলিবৰ কোনো বিভিন্ন যুক্তি দিবৰ কাৰণ দেখা নাযায় অন্যান্য জাতি কেনেকৈ হয়, ইয়াৰ উত্তৰত কোৱা যায় যে পুর্ব্বোক্ত ব্ৰাহ্মণাদিৰ চাৰি জাতিৰ সঙ্কৰ হৈ নানা জাতিৰ মানুহ হৈছে। যবনাদি জাতিৰ বিষয় হৰিবংশ পুৰাণত পোৱা যায় যে—

সগৰস্তাং প্ৰতিজ্ঞাঞ্চগুৰোৰ্ব্বাক্যং নিশম্য চ।
ধৰ্ম্মং জঘান তেষাং বৈ বেশান্যত্বং চকাৰহ॥
অৰ্দ্ধং শকানাং শিৰসো মুণ্ডয়িত্বা ব্যসজয়েৎ।
যবনানাং শিৰঃ সৰ্ব্বং কম্বোজানাস্তথৈৱ চ॥
পাৰদা মুণ্ডকেশাশ্চ পহ্নবাঃ শ্মশ্রু ধাৰিণঃ॥
নিস্বাধ্যায় বষট্কাৰাঃ কৃতাস্তেন মহাত্মনা।
শকাযবনকাম্বোজাঃ পাৰদাঃ পহ্নবাস্তথা॥
কোলস সৰ্প্যাঃ স মহিষাদৰ্ব্বাশ্চোলাঃ সকেৰলাঃ।
বশিষ্ঠ বচনাৎ ৰাজন্ সগৰেণ মহাত্মনা॥

ত্ৰেতাযুগত সগৰ ৰজাই সাকৰ মুখৰ পৰা শকাদি দেশৰ বহুত ক্ষত্ৰিয় ৰজাই পিতাকক অন্যায় সমৰ কৰি মাৰা বুলি শুনি পিতৃ বধী সকলক মাৰোঁ বুলি প্ৰতিজ্ঞা কৰিছিল। তেওঁ তেতিয়া অদ্বিতীয় ধনুৰ্দ্ধৰ বীৰ সম্ৰাট আছিল। পিতৃবধী ক্ষত্ৰিয়বিলাকে তেওঁৰ প্ৰতিজ্ঞাৰ কথা জানিব পাৰি ভয়তে সগৰৰ কুলগুৰু বশিষ্ঠ মুনিৰ আশ্ৰমলৈ গৈ শৰণাগত হৈছিল। বশিষ্ঠে অভয় দি তেওঁলোকক তাতে ৰাখিছিল। সগৰ ৰজাই পিতৃ—শত্ৰুবিলাকক অইন ঠাইত বিচাৰি নেপাই শেসত বশিষ্ঠ মুনিৰ আশ্ৰমত পালে। পিচত বশিষ্ঠদেৱে দুয়োৰো প্ৰতিজ্ঞা ৰক্ষা কৰিবৰ অৰ্থে সগৰক কলে। হে সগৰ! মানুহৰ ধৰ্ম্ম আৰু জীৱন সমান। তুমি ইহঁতৰ ধৰ্ম্ম মাৰা। মই জীৱন ৰাখো। তেনেহলে দুয়ো জনৰ প্ৰতিজ্ঞা ৰব। এই কথাত মান্তি হৈ সগৰে সিহঁতক হিন্দু ধৰ্ম্ম আচৰণ কৰিব নিদি আৰু হিন্দুৰ বিৰুদ্ধ বেশ ধাৰণ কৰাই স্ব স্ব স্থানৰ পৰা উলিয়াই দিলে।

সিবিলাকে অন্যস্থানলৈ গৈ বেলেগ ধৰ্ম্ম আৰু বেলেগ বেশাদি ধাৰণ কৰিলে। হৰিবংশোক্ত বচনাৰ্থ এই সগৰ ৰজাই নিজৰ প্ৰতিজ্ঞা স্মৰণ কৰি আৰু গুৰু বাক্য শুনি সেই পিতৃ-বধী ক্ষত্ৰিয়বিলাকৰ ধৰ্ম্মনাশ কৰিছিল আৰু ভিন্নবেশ কৰাইছিল। শকদেশোৎপন্ন ক্ষত্ৰিয় বিলাকৰ মূৰ আধা মুণ্ডন কৰাই ৰাজ্যৰ পৰা উলিয়াই দিছিল। যবন দেশোৎপন্ন আৰু কাম্বোজ দেশোৎপন্ন ক্ষত্ৰিয়বিলাকৰ গোটেই মূৰ মুণ্ডন কৰাইছিল। পাৰদ দেশোৎপন্ন ক্ষত্ৰিয়বিলাকক চুলি ৰাখিব নিদিছিল, পহ্লৱ দেশোৎপন্ন ক্ষত্ৰিয়বিলাকক দাড়ি খুৰাব নিদিছিল। সেই সকলক আৰু পৰোক্ত সকলক বেদোদিত কোনো কাৰ্য্যকে কৰিব দিয়া নাছিল। সিবিলাক ত্ৰিযুগৰ পতিত এক জাতীয়, সিবিলাকৰ উদ্ধাৰ হব নোৱাৰে। আৰু পৰশুৰামৰ নিঃক্ষত্ৰিয় কৰা সময়ত আৰু মানৰ উপদ্ৰৱৰ সময়ত ভয়তে বহুত ক্ষত্ৰিয়ে পৰ্ব্বত পাহাৰ বন, জঙ্গলত বাস কৰিছিল। সিবিলাকে ব্ৰাহ্মণ নেপাই বৈদিক কাৰ্য্য কৰিব নোৱাৰিছিল। এই ভাৱে সিবিলাকৰ বৈদিক ধৰ্ম্মলোপ হোৱাত নিজৰ অভিৰুচিমতে নিয়ম কৰি চলি আহিছে। এই কথাকে মনুই লিখিছে যে—

শনকৈস্তু ক্ৰিয়ালোপাদিমাঃ ক্ষত্ৰিয় জাতয়ঃ।
বৃষলত্বং গতালোকে ব্ৰাহ্মণা দৰ্শনেনচ॥

এই ক্ষত্ৰিয়বিলাক লাহে লাহে নিজা চৰিত বৈদিক কাৰ্য্য-লোপ হোৱা বাবে অধম শূদ্ৰত্ব প্ৰাপ্ত হৈছে।

জগতৰ মাছ, গছ, পশু, পক্ষী প্ৰভৃতিৰ বৈচিত্ৰ্য যদি কাল্পনিক নহয়; তেন্তে মানুহৰ বৈচিত্ৰ্য ও কাল্পনিক বুলিবৰ কোনো হেতু

নাই। গুণ কৰ্ম্ম দেখিয়েই যদি জাতি ভেদ কৰা হয়, তেন্তে যে কৰ্ম্ম নেদেখালৈকে মানুহৰ জাতি নিৰ্ণয় কৰিব নোৱাৰা হয়। আৰু এক বংশত বা এক ঘৰত নানা জাতিৰ মানুহ থকা হয়। এনে এটা মানুহৰ গাতে নানা জাতি থাকিবও লগা হয়। সেই নিমিত্তে 'চাতুৰ্ব্বৰ্ণ্যং ময়াসৃষ্টং' এই বাক্যটো শেষ কৰিহে গুণ কৰ্ম্ম বিভাগশঃ এই খিনি কৈছে। অৰ্থাৎ প্ৰথমতে বস্তু সৃষ্টি কৰি তাত গুণ কৰ্ম্ম ভাগ কৰিছে। অথবা পূৰ্ব্বজন্মাৰ্জ্জিত গুণ-কৰ্ম্মানুসাৰে চাৰিবৰ্ণ সৃষ্টি কৰা হৈছে। এয়েহে তাৰ অৰ্থ। এই বিষয় ভগবদ্গীতাৰ ১৮ দশ অধ্যায়ত উক্ত আছে যে—

ব্ৰাহ্মণ ক্ষত্ৰিয় বিশাং শূদ্ৰাণাঞ্চ পৰন্তপ।
কৰ্ম্মাণি প্ৰবিভক্তানি স্বভাব প্ৰভবৈৰ্গুণৈঃ॥

মই সৃষ্টি কৰা ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ স্বাভাবিক গুণানুসাৰে কৰ্ম্ম ভাগ কৰিছো। তাতে আকৌ ১৪ দশ অধ্যায়ত লিখিছে যে—

যদা সত্ত্বে প্ৰবৃদ্ধেতু প্ৰলয়ং যাতি দেহভৃৎ।
তদোত্তমবিদাং লোকানমলান্ প্ৰতিপদ্যতে॥
ৰজসি প্ৰলয়ং গত্বা কৰ্ম্মসঙ্গিষু জায়তে।
তথা প্ৰলীনস্তমসি মূঢ় যোনিষু জায়তে॥
উৰ্দ্ধং গচ্ছন্তি সত্ত্বস্থা মধ্যে তিষ্ঠন্তি ৰাজসাঃ।
জঘন্যগুণ বৃত্তিস্থা অধোগচ্ছন্তি তামসাঃ॥

মৃত্যুকালত ফটো তোলাৰ দৰে সত্ত্বগুণস্থ হলে উৰ্দ্ধলোকত (দেৱলোকাদিত) ৰজোগুণস্থ হলে মধ্যলোকত (মনুষ্যলোকত)

তমোগুণস্থ হলে অধোলোকত (নৰকত) জন্মে। গীতাৰ ১৬ শ অধ্যায়ত লিখিছে যে—

অহঙ্কাৰং বলং দৰ্পং কামং ক্ৰোধঞ্চ সংশ্ৰিতাঃ।
মামাত্ম পৰদেহেষু প্ৰদ্বিষন্তোহভ্যসূয়কাঃ॥
তানহং দ্বিষতঃ ক্ৰূৰান্ সংসাৰেষু নৰাধমান্।
ক্ষিপাম্যজস্ৰমশুভানাসুৰীষ্বেব যোনিষু॥
আসুৰীং যোনিমাপন্না মূঢ়া জন্মনি জন্মনি।
মামপ্ৰাপ্যৈব কৌন্তেয় ততোযান্ত্যধমাং গতিম্॥

অহঙ্কাৰ, বল, দৰ্প, কাম, ক্ৰোধক আশ্ৰয় কৰা নিজ আৰু পৰ-দেহত আত্মস্বৰূপে বিৰাজ কৰা মোক হিংসা আৰু অসূয়াকৰা ক্ৰূৰ নৰাধম লোকসকলক মই অনবৰত আসুৰী যোনিত ক্ষেপণ কৰোঁ। সেই সকলে আসুৰী যোনিত বহুবাৰ জন্ম ধৰি পিচত আত্মজ্ঞান লাভ কৰিলেহে মোক (ব্ৰহ্মক) প্ৰাপ্ত হয়। মহাভাৰতত সৌপ্তিক পৰ্ব্বত লিখিছে যে—

প্ৰজাপতিঃ প্ৰজাঃ সৃষ্ট্বা কৰ্ম্মতাসু বিধায়চ।
বৰ্ণে বৰ্ণে সমাধত্তৈকৈকং গুণভাক্ গুণম্॥

প্ৰজাপতিয়ে প্ৰজা সৃষ্টি কৰি বৰ্ণে বৰ্ণে পৃথক্ পৃথক্ গুণ দি পৃথক্ পৃথক্ কৰ্ম্ম বিধান কৰিছে। ছান্দোগ্য উপনিষদত লিখিছে যে—

য ইহ কপূয়চৰণাস্তে কপূয়াং য়োনিমাপদ্যেৰন্
শ্বযোনিং বা শূকৰ য়োনিং বা চণ্ডাল য়োনিং বা।

যিবিলাকে পাপ আচৰণ কৰে সেইবিলাকে নিম্ন লিখিত কুৎসিত যোনিক প্ৰাপ্ত হয়। কুকুৰৰ যোনি, শূকৰ যোনি বা চাণ্ডাল

যোনি। এনেকৈ জাতি ভেদ কৰ্ম্ম বিধান কৰি ভগবানে কোৱা বুলি গীতাৰ অষ্টাদশ অধ্যায়ত লিখিছে যে—

"স্বেস্বে কৰ্ম্মণ্যভিৰতঃ সংসিদ্ধিং লভতে নৰঃ।"

নিজ নিজ জাতীয় কৰ্ম্মত আসক্তি থকা মানুহে সিদ্ধি লাভ কৰে। ভাবাৰ্থ এই—এই সংসাৰৰ মালিকে যি ইচ্ছা তাকে কৰিব পাৰে। তাত যুক্তি-তৰ্ক একো নাখাটে। ব্ৰাহ্মণে ব্ৰাহ্মণৰ কৰ্ত্তব্য কৰ্ম্ম কৰিলে যি ফল পাই ক্ষত্ৰিয়াদিও নিজ নিজ কৰ্ম্ম কৰিলে সেই ফল প্ৰাপ্ত হয়। অন্যথা ব্ৰাহ্মণে শূদ্ৰৰ কাৰ্য্য কৰিলে আৰু শূদ্ৰে ব্ৰাহ্মণৰ কাৰ্য্য কৰিলে পৰমেশ্বৰৰ আজ্ঞা লঙ্ঘন কৰা বাবে তেওঁৰ ওচৰত দোষী হয়। আৰু তেওঁৰ কোপ দৃষ্টিত পৰি নানা প্ৰকাৰ কষ্টহে পায়।

সেই নিমিত্তে ঋষিবিলাকে কয় যে—

অভিধাতুং পদেন্যস্মিন্ নিৰপেক্ষৰবাশ্ৰুতিঃ
বিভত্যল্পশ্ৰুতাদ্বেদো মাময়ং প্ৰহৰিষ্যতি।

বেদে নিজৰ আদেশ প্ৰকাশ কৰিবলৈ (সম্ৰাটৰ হুকুমৰ দৰে) কাৰো যুক্তি তৰ্কক অপেক্ষা নকৰে। কু-যুক্তি কু-তৰ্কেৰে মাৰিব (বেদোক্ত বিধি নিষেধ গুচাব) বুলি অল্পদৰ্শী (এক বিষয়ৰ এটা বা দুটা বচন যুক্তি জনা) মানুহক বৰ ভয় কৰে। পাঠক। প্ৰবন্ধ বাহুল্যৰ ভয়ত এই বিষয়ৰ সামৰণি এই খিনিতে মাৰিলোঁ।

* ইত্যাচাৰ বিজ্ঞানে তৃতীয় যামাৰ্দ্ধ বৃত্তান্ত॥ *

ইয়াৰ পিচত চতুৰ্থ যামাৰ্দ্ধ কৃত্য দক্ষে কৈছে যে—

চতুৰ্থে চ তথাভাগে স্নানাৰ্থং মৃদমাহৰেং।
তিল পুষ্প কুশাদীনি স্নানঞ্চাকৃত্ৰিমে জলে ॥

চতুৰ্থ যামাৰ্দ্ধত স্নানৰ নিমিত্তে মাটি, তিল, পুষ্প, কুশ প্ৰভৃতি দেৱতা পুজাৰ প্ৰয়োজনীয় বস্তু সংগ্ৰহ কৰিব। প্ৰথম যামাৰ্দ্ধ কৃত্যতে স্নানৰ উপকাৰ কোৱা হৈছে। এতিয়া কেনেকৈ স্নান কৰিব লাগে তাকেহে কবলৈ লাগে। যমে কৈছে যে—

ইক্ষু মাপঃ পয়শ্চৈব তাম্বুলং ফলমৌষধং।
ভক্ষয়িত্বাতু কৰ্ত্তব্যাঃ স্নানদানাদিকাঃ ক্ৰিয়াঃ ॥

আতুৰে কুহিয়াৰ, পানী দুগ্ধ, তামোল, ফল আৰু ঔষধ খায়ো স্নানাদি বৈধ কাৰ্য্য কৰিব পাৰে। যোগী যাজ্ঞবল্ক্যে কৈছে যে—

তুষ্ণীমেবাবগাহেত য়দিস্যাদশুচিৰ্নৰঃ
আচম্যতু ততঃ পশ্চাৎ স্নানং বিধিবদাচৰেৎ ॥

অশুচি মানুহে প্ৰথমে মনে মনে মলস্নান কৰিব। পিচত আচমন কৰি যথাবিধি স্নান কৰিব। বামন পুৰাণত লিখিছে যে—

নাভিমাত্ৰ জলে গত্বা কৃত্বা কেশান্ দ্বিধা দ্বিজঃ।
নিৰুধ্য কৰ্ণৌ নাসাঞ্চ ত্ৰিঃকৃত্বা মজ্জনং ততঃ ॥

নাভিমাত্ৰ (আঁঠুৰ উপৰ হোৱা) পানীত নামি চুলিবোৰ দুফাল কৰি তাৰদ্বাৰা নাক-কাণ আচ্ছাদন কৰি তিনিবাৰ ডুব মাৰিব। সমুদ্ৰ কৰধৃত বচনত উক্ত কৰিছে যে—

অঙ্গুলীভিঃ পিধায়ৈবং শ্ৰোত্ৰ দৃঙ্নাসিকা মুখং।
নিমজ্জেত প্ৰতি স্ৰোতঃ ত্ৰিঃপঠেদঘমৰ্ষণম্ ॥

আঙ্গুলীৰে নাক মুখ চকু কান আচ্ছাদন কৰি ধাৰ থকা পানীত সম্মুখৈহে অঘমৰ্ষণ মন্ত্ৰ পাঠ কৰি তিনিবাৰ ডুব মাৰিব। পদ্মপুৰাণত লিখিছে যে—

অনুদ্ধৃতৈকদ্ধৃতৈৰ্বা জলৈঃস্নানং সমাচৰেৎ।

নষ্টাদিত বা তোলাপানীৰে স্নান কৰিব। আৰু তাতেই লিখিছে যে—

তীৰ্থং প্ৰকল্পয়েদ্বিদ্বান্ মূল মন্ত্ৰেণ মন্ত্ৰবিদ্।
নমো নাৰায়ণায়েতি মূলমন্ত্ৰ উদাহৃতঃ॥

দৰ্ভপাণিস্তুবিধিনা আচান্তঃ প্ৰয়তঃ শুচিঃ।
চতুৰ্হস্ত সমাযুক্তং চতুৰস্ৰং সমন্ততঃ॥

প্ৰকল্প্যাবাহয়েদ্গঙ্গামেভিৰ্মন্ত্ৰৈৰ্বিচক্ষণঃ।
বিষ্ণোঃপাদ প্ৰসূতাসি বৈষ্ণবী বিষ্ণু পূজিতা॥

পাহিমামেনসস্তস্মাদাজন্ম মৰণান্তিকাৎ।
তিস্ৰঃ কোট্যৰ্দ্ধকোটীচ তীৰ্থাণাং বায়ুৰব্ৰবীৎ॥

দিবিভূব্যন্তৰীক্ষেচ তানিতে সন্তি জাহ্নবী।
নন্দিনীত্যেৱ তে নাম দেবেষু নলিনীতিচ॥

বৃন্দা পৃথ্বী চ সুভগা বিশ্বকায়া শিবা সিতা
বিদ্যাধৰী সুপ্ৰসন্না তথালোক প্ৰসাদনী।
ক্ষমাচ জাহ্নবীচৈব শান্তাশান্তি প্ৰদায়িনী॥

এতানি পূণ্য নামানি স্নানকালেতু যঃ পঠেৎ।
ভবেৎ সন্নিহিতা তত্ৰ গঙ্গা ত্ৰিপথগামিনী॥

সপ্তবাৰাভিজপ্তেন কৰসংপুট যোজিতম্।
মুৰ্দ্ধি দদ্যাৎ জলং ভূয়ঃ ত্ৰিচতুঃ পঞ্চ সপ্তবা ॥
স্নানং কুৰ্য্যাদ্ মৃদা তদ্বৎ আমন্ত্ৰ্যচ বিচক্ষণঃ।
অশ্বক্ৰান্তেৰথক্ৰান্তে বিষ্ণুক্ৰান্তে বসুন্ধৰে ॥
মৃত্তিকে হৰ মে পাপং যন্ময়া দুষ্কৃতং কৃতং।
উদ্ধৃতাসি বৰাহেণ কৃষ্ণেন শত বাহুনা ॥
আৰুহ্য মম গাত্ৰাণি সৰ্ব্বং পাপং প্ৰমোচয়।
নমস্তে সৰ্ব্বভূতানাং প্ৰভবাৰিণি সুব্ৰতে ॥

প্ৰথমে মলস্নান কৰি কুশ পিন্ধি আচমন কৰিব। তাৰ পিচত "ওঁ নমো নাৰায়ণায়" এই মুল মন্ত্ৰেৰে নিজৰ চাৰিওফালে চাৰি কুণীয়া চাৰিহেতীয়া মণ্ডল কৰি "ওঁ বিষ্ণুঃ পাদ প্ৰসুতাসি" ইত্যাদি গঙ্গা ত্ৰিপথ গামিনী ইত্যন্ত মন্ত্ৰেৰে গঙ্গাৰ আৱাহন কৰিব। তাৰ পিচত পুৰ্ব্বোক্ত মুল মন্ত্ৰ সাত বাৰ জপ কৰি পবিত্ৰ কৰা তিনি চাৰি পাচ বা সাত আজলী পানী মূৰত দিব। তাৰ পিচত মাটি হাতত লৈ ওঁ অশ্বক্ৰান্তে ইত্যাদি মন্ত্ৰ পাঠ কৰি সমস্ত শৰীৰত সেই মাটি ঘঁহি মাজি ভালকৈ গা ধুব। ছান্দোগ্য পৰিশিষ্টত লিখিছে যে—

প্ৰভূতে বিদ্যমানেতু উদকে সুমনোহৰে।
নাল্পোদকে দ্বিজঃ স্নায়াৎ নদীঞ্চোৎসৃজ্য কৃত্ৰিমে ॥

প্ৰশস্ত বহুত পানী থকা জলাশয়ক এৰি অলপ পানীত গা ধুব। আৰু নদী এৰি কৃত্ৰিম জলাশয়ত গা নুধুব। ইয়াৰ কাৰণ এই বেচি পানীত যেনেকৈ ইচ্ছামতে গা ধুব পাৰি অলপ পানীত তেনেকৈ নোৱাৰি। আৰু নদীৰ পানীত ৰোগৰ বীজাণু কম থাকে। আৰু

অনেক বীজাণু নষ্ট কৰিবৰ শক্তি আছে। সেই নিমিত্তে গঙ্গাদি তীৰ্থ স্নানৰ মাহাত্ম্য অশেষ প্ৰকাৰে বৰ্ণন কৰিছে। গঙ্গাদিৰ জলে বহুত বীজাণু নষ্ট কৰিব পাৰে বুলি আজি কালি বৈজ্ঞানিকেও পৰীক্ষা কৰি কৈছে। আৰু তামৰ পাত্ৰৰ তুলসী মিশ্ৰিত পানীয়ে বহুত ৰোগৰ বীজাণু নষ্ট কৰিব পাৰে। সেই কাৰণে হিন্দুয়ে উপাসনাত তামৰ কোষা অৰ্ঘা তুলসী ব্যৱহাৰ কৰে। গা ধোৱা সময়ত গাত মাটি ঘঁহিবৰ কথাকোৱাৰ উদ্দেশ্য এই যে মাটিয়ে গাৰ মল আৰু বহুত চৰ্ম্মৰোগৰ বীজাণু নষ্ট কৰে। চাবনতকৈ নিসিদ্ধেতৰ মৃত্তিকা কোনোমতে কম উপকাৰী নহয়। আজি কালি প্ৰাকৃতিক চিকিৎসাই এইবিলাকৰ ফট্ ফটিয়া উদাহৰণ। ব্যাসে কৈছে যে—

প্ৰাতঃ স্নানে ব্ৰতে শ্ৰাদ্ধেদ্বাদশ্যাং গ্ৰহণে তথা।
মদ্যলেপে সমং তৈলং তস্মাত্তৈলং বিবৰ্জ্জয়েৎ ॥

প্ৰাতঃ স্নানত, ব্ৰতত, শ্ৰাদ্ধবাসৰত, দ্বাদশীত, গ্ৰহণত তৈল মৰ্দন নকৰিব। সেই সময়ত তৈল মদৰ সমান হয়। বিষ্ণু পুৰাণত কৈছে যে—

চতুৰ্দশ্যাষ্টমীচৈব অমাবস্যাথ পূৰ্ণিমা।
পৰ্ব্বণ্যেতানি ৰাজেন্দ্ৰ ৰবিসংক্ৰান্তিৰেবচ ॥
স্ত্ৰী তৈল মাংসসম্ভোগী পৰ্ব্বস্বেতেষুবৈপুমান্।
বিণ্মূত্ৰ ভোজনং নাম প্ৰয়াতি নৰকং মৃতঃ ॥

চতুৰ্দশী, অষ্টমী, অমাবস্যা, পূৰ্ণিমাক মাহেলীয়া দোমাহিক পৰ্ব্ব বোলে। এই পৰ্ব্বৰ দিনত স্ত্ৰী, তৈল, মাংস ব্যৱহাৰকাৰী মানুহ মৰিলে বিষ্ঠা মূত্ৰ ভোজন কৰিব লগীয়া নৰকত পৰে। পৰ্ব্বত

শৰীৰৰ অৱস্থাৰ কথা দম্ভুধাৰনত কোৱা হৈছে। প্ৰাতঃ স্নানাদিত তৈল মৰ্দ্দন নিষেধ কৰাৰ কাৰণ এই যে— তাত কফ বৃদ্ধি হয়। সেই সময় তৈল মৰ্দ্দন কৰিলে কফ ৰোগ হবৰ যথেষ্ট সম্ভাৱনা। সেই কাৰণে আয়ুৰ্ব্বেদত লিখিছে যে—

অভ্যাঙ্গমাচৰেন্নিত্যং সজৰাশ্ৰম বাতহা।
শিৰঃ শ্ৰবণ পাদেষু তং বিশেষেণশীলয়েৎ।
বৰ্জ্জ্যোঽভ্যঙ্গঃ কফগ্ৰস্তৈঃ কৃতসং শুদ্ধ্যজীৰ্ণিভিঃ॥

অভ্যাঙ্গ (জপজপীয়াকৈ তেল ঘঁহা) নিষিদ্ধেতৰ দিনত সদাই কৰিব। সি জৰাশ্ৰম আৰু বাত নষ্ট কৰে। মুৰত কাণত আৰু ভৰিত তেল মৰ্দ্দন বিশেষকৈ কৰিব। কফৰোগী আৰু অজীৰ্ণ ৰোগী গা ধুই উঠি শুকান কাপোৰ পিন্ধাৰ আগেয়ে তৈল মৰ্দ্দন নকৰিব।

মুৰত তেল ঘুহিলে মুৰ ঠাণ্ডা থাকে। কাণত তেল ঘুহিলে কাণৰ মলিবোৰ সহজে ওলাই আহে। আৰু ভৰিত তেল ঘুহিলে পিত্ত ৰোগ আৰু চক্ষু ৰোগৰ উপকাৰ হয়। কুৰ্ম্ম পুৰাণত লিখিছে যে—

শিৰোঽভ্যঙ্গাবশিষ্টেন তৈলেনাঙ্গং ন লেপয়েৎ।

মুৰত ঘঁহাৰ অৱশিষ্ট তৈল অন্য অঙ্গত নুঘুহিব। কাৰণ সেই তেল গৰম হয় আৰু দুষিত হয়। সত্যতপাই কৈছে যে—

স্বয়ং ধৌতেন কৰ্ত্তব্যা ক্ৰিয়া ধৰ্ম্মাবিপশ্চিতা।
নচ ৰজক ধৌতেন নাধৌতেন কদাচন॥

নিজ ধোৱা (ভিজোৱা) কাপোৰ পিন্ধি ধৰ্ম্ম কৰ্ম্ম কৰিব। ধোবাই ধোৱা বা নোধোৱা কাপোৰ পিন্ধি ধৰ্ম্ম কৰ্ম্ম নকৰিব।

প্ৰচেতা মুনিয়ে কৈছে যে—

পুত্ৰ মিত্ৰ কলত্ৰেণ স্বজ্ঞাতি বান্ধবেনচ
দাস বৰ্গেণ যদ্ ধৌতং তৎ পবিত্ৰমিতি স্মিতঃ ॥

পুত্ৰ মিত্ৰ জ্ঞাতি বান্ধৱ দাস বৰ্গে ধোৱা কাপোৰ শুদ্ধ। ইয়াৰ উদ্দেশ্য এইবোৰ মানুহ নিজৰ সংশ্ৰৱতে প্ৰায় থাকে। এই বিলাকৰ স্বভাবাদি বহু পৰিমাণে নিজৰ সমান হয়। এইবিলাকে ধোৱা কাপোৰত অন্য গুণ উৎপন্ন হোৱাৰ আশা কম। বিষ্ণুধৰ্ম্মোত্তৰত লিখিছে যে—

বস্ত্ৰং নান্য ধৃতং ধাৰ্য্যং।

আনে পিন্ধা কাপোৰ নিপিন্ধিব। ভিজাই শুকুৱা কাপোৰ পিন্ধিবৰ কথা কোৱাৰ উদ্দেশ্য এই যে আগেযে পিন্ধা কাপোৰ চাৰিও ফালে ঘুৰি ফুৰাত নানা প্ৰকাৰ ৰোগৰ বীজাণু যুক্ত হব পাৰে। আৰু আনে পিন্ধা কাপোৰত সেই মানুহজনৰ ৰোগৰ বীজাণু থাকিব পাৰে। সেই কাৰণে সেই কাপোৰ পিন্ধি ভোজন উপাসনা কৰিব হাক দিছে। বৰ দুঃখৰ বিষয় আজি কালি বৈজ্ঞানিক যুগতো কাপোৰৰ পৰিষ্কাৰতাক পবিত্ৰতা বোলে। আগৰ দিনত হলে ৰোগৰ বীজাণু নথকাতহে পবিত্ৰতা বুলিছিল। গতিকে আজি কালি কাপোৰৰ অপবিত্ৰতা প্ৰায় নোহোৱা হৈছে। বহুতে নানা জাগা ফুৰি আহি আনকি পায়খানাৰ পৰা আহিও সেই কাপোৰ পিন্ধি আহাৰাদি কৰে। ভেভিয়া যে ক'তো ৰোগৰ বীজাণু পেটৰ ভিতৰত সোমাই তাৰ সীমা নাই। বৰ পৰিতাপৰ কথা যে এই বৈজ্ঞানিক যুগতো ভিজোৱা কাপোৰ পিন্ধি খোৱাটো এটা অভ্যাসৰ ভিতৰত

গণা হৈছে। কাপোৰ কেনেকৈ পিন্ধিব লাগে তাক তেওঁৱে কৈছে যে—

বামে পৃষ্ঠে তথা নাভৌ কক্ষত্রয় মুদাহৃতঃ।
এভি.কক্ষৈঃ পৰিধত্তে যোবিপ্রঃ সশুচিঃ স্মৃতঃ॥

বাম কালে পিঠিৰ ফালে আৰু নাইত গুহি কাপোৰ পিন্ধিব। পাঠক! স্নান সম্বন্ধে প্রাতঃ স্নানত যি কোৱা হৈছে তাক পঢ়ি চালে জানিব লগীয়া আন কথা তাত পাব। কাত্যায়নে কৈছে যে—

সবাঃ সোপগ্রহঃ কার্য্যঃ দক্ষিণঃ সপবিত্রকঃ।

বাম হাতত কুশ মুষ্টি (উপযমন কুশ) দক্ষিণ হাতৰ অনামিকাত পবিত্রী (কুশৰ আঙুঠি) ধাৰণ কৰিব। যাজ্ঞবল্ক্যে কৈছে যে--

অনামিকাং ধৃতং হেম তর্জ্জন্যং রূপ্যমেবচ।
কনিষ্ঠায়াং ধৃতং খড়্গং তেন পুতোভবেন্নবঃ॥

বৈদিক কর্ম্ম মাত্রতে অনামিকাত সোণৰ আঙুঠি তর্জ্জনীত ৰূপৰ আঙুঠি আৰু কনিষ্ঠাত গড়ৰ আঙুঠি ধাৰণ কৰিলে পবিত্র হয়। এইবিলাক বস্তু পানীত লাগিলে পানাৰ বহুত দোষ নষ্ট কৰে। আৰু বাহিৰৰো বহুত বীজাণু নষ্ট কৰে। এই কাৰণে অলঙ্কাৰ পিন্ধে। আৰু তেওঁৱে উক্ত কৰিছে যে—

জলমধ্যেচ যঃ কশ্চিদ্বিজাতিজ্জ্ঞান দুর্ব্বলঃ।
নিষ্পীড়য়তি তদ্বস্ত্রং স্নানস্তস্য বৃথা ভবেৎ॥

গা ধোৱাত পিন্ধা কাপোৰ যোনে পানীত আটে, তাৰ স্নান বৃথা হয়। ইয়াৰ উদ্দেশ্য পানী ভালে ৰখা। আৰু কৈছে যে—

জলে স্থিত্বা কর্ম্ম কুর্ব্বন্ জলেন তিলকং চৰেৎ।

পানীত নামি কৰ্ম্ম কৰিলে পানীৰে তিলক (ফোটা) কৰিব।

স্নান বিধিৰ উপসংহাৰ—প্ৰথমতে নদীত, শুদ্দভাবে তোলা পানীৰে গা ধুই গাৰ মল গুচাব। তোলা পানীৰে গা ধুলে মন্ত্ৰ স্নান নহয়। জলত নামি গা ধুলেহে নিম্ন লিখিত মতে স্নান কৰিব। বাও হাতত কুশ মুষ্টি (উপযমন) দক্ষিণ হাতৰ অনামিকাত সোণৰ আঙুঠি, কুশৰ গ্ৰন্থি আঙুঠি, সম্ভৱ হলে কনিষ্ঠাত গডৰ আঙ্গুঠি পিন্ধি পানীৰে তিলক কৰি তীৰ্থ বাহন কৰি আচমন কৰিব। তাৰ পিচত সঙ্কল্প কৰিব। পিচত ওঁ নমো নাৰায়ণায়" এই মন্ত্ৰেৰে নিজৰ চাৰিও ফালে চাৰি কুনা। এক হস্ত পৰিমিত মণ্ডল কৰি " ওঁ বিষ্ণু পাদ প্ৰসূতাসি ইত্যাদি মন্ত্ৰেৰে গঙ্গাৰ আবাহন কৰিব। তাৰ পিচত ' ওঁ নমো নাৰায়ণায়" এই মন্ত্ৰটি জলত সাতবাৰ জপ কৰি দুয়ো হাতেৰে জলাঞ্জলি মূৰত তিনিবাৰ, চাৰিবাৰ, পাচবাৰ বা সাতবাৰ দিব। পিচত অশ্বক্রান্তে ইত্যাদি মন্ত্ৰ পাঠ কৰি সৰ্ব্বাঙ্গত মাটি ঘঁহি মূৰত দীঘল চুলি দুফাক কৰি সেই চুলি আৰু হাতৰ আঙুলিৰে নাক কাণ চকু মুখ অচ্ছাদন কৰি অৰ্থাৎ পানী সোমাব নোৱাৰাকৈ ধৰি তিনিবাৰ ডুব মাৰিব। আৰু গামোচাৰে গা মূৰ মচি পানী নোহোৱা কৰিব। গঙ্গাদি তীৰ্থত স্নান কৰিলে বিশেষ মন্ত্ৰবোৰ ওঁ বিষ্ণুঃ পাদ প্ৰসূতাসি এই মন্ত্ৰৰ অন্তত পাঠ কৰিব। স্নান বস্ত্ৰ পানীত নাচিব। তাৰ পিচত শুকান ভিজোৱা কাপোৰ পিন্ধি উত্তৰীয় বস্ত্ৰ যজ্ঞোপবীতৰ দৰেলৈ সন্ধ্যাদি কৰিব। কাপোৰ পিন্ধাৰ পাচত কৈছে যে—

আচম্যস্তুততঃ কুৰ্য্যাৎ পুমান্ কেশ প্ৰসাধনম্।

কাপোৰ পিন্ধি উঠি আচমন কৰি চুলি চুচিব। চুলি চুচিলে মূৰৰ মলিবোৰ যায়। আৰু সৰা চুলিবোৰ মূৰত নথকা হয়। সৰা চুলি মূৰত থাকিলে পুজোপকৰণ বা অন্নাদিত চুলি পৰিব পাৰে আৰু পৰিলে সেই বস্তু অপবিত্ৰ হয়। চুলি আগফালৰ পৰা পিচ ফালে চুচিলে বায়ুৰ নিম্ন গতি হয়। মূৰৰবিষ নোহোৱা হয়। সাত্বিক ভাবৰ উদয় হয়। তালু, মাজ মূৰ, গলগাভাৰ পূৰ্ব্বখণ্ড মূৰৰ এই মূৰৰ তিন খণ্ডই ক্ৰমে বুদ্ধি মেধা জ্ঞানৰ স্থান। ইয়াক ৰ'দ, বতাহ, ধূলি আদিৰ পৰা সদায় ৰক্ষা কৰিব লাগে। সেই কাৰণে চুলি ৰাখা প্ৰথা আছিল। দুঃখৰ বিষয় আজি কালি চুলি ৰখাটো অসভ্যতাৰ পৰিচায়ক হৈছে। মূৰৰ চুলি কটাত যে ক'তো ৰকম ফেচন হৈছে তাৰ সীমা নাই। মূৰৰ এই ধুনটোই বিদ্যাৰ্থী আৰু লৰাবিলাকৰ শুক্ৰ তাৰল্যৰ প্ৰথম নিদান। আৰু সকলোৰে বায়ু ৰোগৰো অন্যতম কাৰণ। সেই কাৰণে ব্ৰহ্মচাৰীৰ মুণ্ডন বিধান কৰিছে। আৰু চুলি কাটিলে শিখা বন্ধন অসম্ভৱ হয়। টিকনী ৰাখি শিখা বন্ধন কৰা যথাযথ নহয়। বৃথা শিখাচ্ছেদন কৰিলে প্ৰায়-চিত্তাৰ্হ হয়। প্ৰবন্ধৰ বাহুল্যৰ ভয়ত সেইবোৰ বচন উদ্ধৃত কৰা নহল।

॥ ইত্যাচাৰ বিজ্ঞানে স্নান প্ৰকৰণম॥

ছান্দোগ্য পৰিশিষ্টত লিখিছে যে—

অনহঃ কৰ্ম্মণাং বিপ্ৰঃ সন্ধ্যাহীনো যতঃ স্মৃতঃ।

সন্ধ্যা বিহীন ব্ৰাহ্মণাদি ত্ৰিবৰ্ণ কোনো বৈদিক বা পৌৰাণিক কাৰ্য্যৰ অধিকাৰী নহয়। সন্ধ্যাকালৰ কথা যোগী যাজ্ঞবল্কে লিখিছে যে—

হ্রাস বৃদ্ধৌচ সততং দিবাৰাত্র্যোর্যথাক্রমম্।
সন্ধ্যা মুহূর্ত্তমাখ্যাতা হ্রাস বৃদ্ধৌ সমাস্মৃতা॥

সদায় দিন ৰাতিৰ কম বেচি হয় কিন্তু সদায় সন্ধ্যাকাল এক মুহূর্ত্ত (দুই দণ্ড) হয় অর্থাৎ সূর্যোদয়ৰ আৰু সূর্য্যাস্তৰ পূর্ব্বৰ এক দণ্ড আৰু তাৰ পৰত এক দণ্ড কালকে সন্ধ্যা বোলে। এই মুহূর্ত্তাত্মক কালত কৰিব লগীয়া উপাসনাৰ নামো সন্ধ্যা। এই কথা ব্যাস বচনত পোৱা যায় যে—

উপাস্তে সন্ধি বেলায়াং নিশায়া দিবসস্যচ।
তামেৱং সন্ধ্যাং তস্মাত্তু প্রবদান্ত মনীষিণঃ॥

দিন ৰাতিৰ সন্ধি সময়ত কৰে বুলি সেই উপাসনাক সন্ধ্যা বোলে। মধ্যাহ্ন সন্ধ্যাৰ প্রসস্ত কালৰ কথা কৈছে যে—

পূর্ব্বাপৰে তথা সন্ধ্যোসনক্ষত্রে উদাহৃতে।
সমসূর্যেঽপি মধ্যাহ্নে মুহূর্ত্ত সপ্তমোপৰি॥

নক্ষত্র থকা কালত আৰম্ভ কৰি প্রাতঃ সন্ধ্যা আৰু নক্ষত্র উদয় হোৱা কাললৈকে সায়ং সন্ধ্যা কৰিব। মধ্যাহ্ন সন্ধ্যা ঠিক মধ্যাহ্ন সময়ত বা সপ্তম মুহূর্ত্তৰ পিচত অর্থাৎ অষ্টম মুহূর্ত্তত কৰিব। সাধাৰণ কাল দিবাৰাত্রেই বুজা যায়। সন্ধ্যাৰ উদ্দেশ্য এই— প্রথমতে আচমনাদি কৰি প্রাণায়ামৰ দ্বাৰা মনঃ স্থিৰ কৰি বিশেষ আচমনৰ দ্বাৰা সমস্ত পাপ জ্যোতিস্বৰূপ পৰমাত্মাত লয় কৰি শান্তি মন্ত্রৰ দ্বাৰা সমস্ত দেহক পবিত্র কৰি অঘমর্ষণৰ দ্বাৰা অন্তৰৰ পাপ বাহিৰ কৰি পেলাই ধ্যানৰদ্বাৰা সাকাৰ ব্রহ্মৰ ৰূপ চিন্তা কৰি গায়ত্রীজপ স্বৰূপ ব্রহ্মৰ প্রতীক সূর্য্যদেৱক চিন্তা কৰিব। সূর্য্যদেৱৰ চিন্তাৰ ফল

প্ৰাতঃ কৃত্যত কোৱা হৈছে। গাযত্ৰী শব্দৰ অৰ্থ ব্যাসে লিখিছে যে—

গায়ত্ৰী নাম পূৰ্ব্বাহ্নে সাবিত্ৰী মধ্যমে দিনে।
সৰস্বতী চ সায়াহ্নে সৈব সন্ধ্যা ত্ৰিষু স্মৃতা ॥
প্ৰতিগ্ৰহান্ন দোষাচ্চ পাতকাদুপপাতকাৎ।
গায়ত্ৰী প্ৰোচ্যতে তস্মাৎ গায়ন্তং ত্ৰায়তে যতঃ ॥
সবিতুৰ্দ্যোতনাৎ সৈব সাবিত্ৰী পৰিকীৰ্ত্তিতা।
জগতঃ প্ৰসবিত্ৰীত্বাৎ বাগ্ৰূপত্বাৎ সৰস্বতী ॥

প্ৰাতঃ সন্ধ্যাৰ নাম গয়ত্ৰী, মধ্যাহ্ন সন্ধ্যাৰ নাম সাবিত্ৰী আৰু সায়ং সন্ধ্যাৰ নাম সৰস্বতী। দান গ্ৰহণ অন্ন ভোজন পাতক উপপাতক অজ্ঞাত এই সকল পাপৰ পৰা জপ কৰা মানুহক ত্ৰাণ কৰে বুলি গায়ত্ৰী বোলে। সবিতাক প্ৰাপ্তি কৰাই বুলি সাবিত্ৰী বোলে আৰু জগতক প্ৰসব কৰে বুলি, বাক্‌শক্তি স্বৰূপ বুলি সৰস্বতী বোলে। ব্যাসে আৰু লিখিছে যে—

নভিন্নাং প্ৰতিপদ্যেত গায়ত্ৰীং ব্ৰহ্মণাসহ।
সোঽহমস্মীত্যুপাসীত বিধিনা যেন কেনচিৎ ॥

গায়ত্ৰী ব্ৰহ্মাতকৈ ভিন্ন নহয়। সেই ব্ৰহ্মাই মই এই জ্ঞান নভিবলৈ শাস্ত্ৰোক্ত যেই সেই বিধানেৰে উপাসনা কৰিব। অতএব সন্ধ্যোপাসনা ব্ৰহ্মোপাসনা ভিন্ন একো নহয়। এই উপাসনা উপনীত দ্বিজাতি মাত্ৰৰেই কৰ্ত্তব্য। ঈশ্বৰোপাসনা নহলে মনুষ্য জীৱনৰ আধ্যাত্মিক উন্নতি আৰু দীৰ্ঘ জীৱন কোনোমতে হব নোৱাৰে। সেই নিমিত্তে মনুই লিখিছে—

ঋষয়ো দীৰ্ঘ সন্ধ্যত্বাৎ দীৰ্ঘমায়ুৰবাপ্নুযুঃ।

ঋষিবিলাকে বহু সময় সন্ধ্যা প্ৰাণায়ামাদি কৰা বাবে দীৰ্ঘায়ু লাভ কৰিছিল। কিন্তু দুঃখৰ বিষয় আধুনিক শিক্ষিত ব্ৰাহ্মণ হিন্দু-বিলাকৰ বহুতেই সন্ধ্যা নকৰা হৈছে। হিন্দু ছাত্ৰৰ পক্ষে উপাসনা সম্বন্ধেও কৰ্ত্তৃপক্ষে কোনো নিয়ম বা অসুবিধা কৰি দিয়া নাই। মুঠতে কব লাগিলে ৰজা প্ৰজা সকলোৰে এই বিষয়ে একেবাৰে নিমাত। শিক্ষাই যদি উপাসনাৰ প্ৰতিবন্ধক হয় তেন্তে সেই শিক্ষাক কুশিক্ষাহে বুলিব পাৰি। আজি কালি দেখা যায় যে যিমানে ইংৰাজী শিক্ষা পাই সিমানে ঈশ্বৰৰ পৰা অন্তৰ হয়। এবাৰ ঈশ্বৰৰ নামো নলয়। হায় হিন্দু। অন্যান্য ধৰ্ম্মৰ শিক্ষিত বিলাকে উপাসনাৰ প্ৰচাৰ কৰিয়ে আছে। কিন্তু হিন্দুয়ে সেই সকলো আগতে দেখিও নেদেখা হৈছে। ইয়াতকৈ পৰিতাপৰ বিষযনো আৰু কি আছে?

সন্ধ্যাৰ পিচতে তৰ্পণ কৰিবৰ কথা কৈছে। সেই তৰ্পণ প্ৰধান আৰু অঙ্গ ৰূপে দুই বিধ। অঙ্গ তৰ্পণ স্নান কৰিযেই কৰিব লাগে। প্ৰধান তৰ্পণ স্নান কৰক বা নকৰক সদাই কৰিব লাগে। এই প্ৰধান তৰ্পণ প্ৰত্যহে কৰিবলগীয়া পঞ্চ মহাযজ্ঞৰ ভিতৰত এক মহাযজ্ঞ। ইযাৰ নাম পিতৃযজ্ঞ। শাতাতপে কৈছে যে—

তৰ্পণন্তু শুচিঃ কুৰ্য্যাৎ প্ৰত্যহং স্নাতকো দ্বিজঃ।
দেবেভ্যশ্চ ঋষিভ্যশ্চ পিতৃভ্যশ্চ যথাক্ৰমাৎ ॥

সদাই স্নান আচমন কৰি দেৱতাসকলৰ, ঋষিসকলৰ আৰু পিতৃসকলৰ তৰ্পণ কৰিব। তৰ্পণ নকৰিলে কি দোষ হয় তাকেই যাজ্ঞবল্ক্য মুনিয়ে কৈছে—

নাস্তিক্যভবাত্তশ্চাপি ন তর্পয়ন্তিবৈ পিতৄণঃ।
পিবন্তিদেহ নিস্রাবং পিতৰোবৈজলার্থিনঃ॥

তৰ্পণ কৰিলে কি হব এনে বিবেচনা কৰি যোনে পিতৃগণৰ তৰ্পণ নকৰে তৰ্পণ জলাৰ্থী পিতৃসকলে তেওঁৰ তেজ পান কৰে। ব্ৰহ্মপুৰাণত লিখিছে যে—

তস্মাৎ সদৈব কর্ত্তব্যমকুৰ্ব্বন্ মহতৈনসা।
যুজ্যতে ব্ৰাহ্মণঃ কুৰ্ব্বন্ বিশ্বমেতদ্বিভর্ত্তিহি॥

সদায় তৰ্পণ কৰিব। তৰ্পণ নকৰা লোকৰ ডাঙৰ পাপ হয় আৰু তৰ্পণ কৰিলে স্থাবৰ জঙ্গম সকলোকে তৃপ্ত কৰা হয়। শংখে লিখা সঙ্ক্ষেপ তৰ্পণৰ মন্ত্ৰৰ ফালে চালে এইটো স্পষ্ট বুজা যায় যে—

আব্ৰহ্মস্তম্বপৰ্য্যন্তং জগৎ তৃপ্যত্বিতি ক্ৰমাৎ।
অঞ্জলি ত্ৰিত্ৰয়ংদদ্যাদেতৎ সঙ্ক্ষেপ তৰ্পণং॥

দেৱতাদিৰ বিস্তাৰত তৰ্পণ কৰিব নোৱাৰিলে—

আব্ৰহ্মস্তম্বপ্ৰৰ্য্যন্তং জগতৃপ্যতু॥

এই মন্ত্ৰেৰে তিনিবাৰ জলাঞ্জলিৰে তৰ্পণ কৰিব। মন্ত্ৰাৰ্থ এই— ব্ৰহ্মাৰ পৰা তৃণ পৰ্য্যন্ত চৰাচৰ সমস্ত জগতে তৃপ্তি লাভ কৰক। হিন্দু ইমানেই আলস্যপৰতন্ত্ৰ হৈছে যে এই তিনি আখৰ মন্ত্ৰ বুলিও তিনি অঞ্জলি পানী নিদিয়ে। ইয়াতকৈ দুঃখৰ কথানো কি আছে? এতিয়া বিচাৰ্য্য বিষয় এই যে আমি দিয়া অন্ন-জল দেৱতাসকলে বা পিতৃসকলে কেনেকৈ পায়? এই বিষয় শাস্ত্ৰ ও যুক্তি কি? ইয়াতে কোৱা যায় যে আদিপুৰাণত লিখিছে যে—

দেবো যদি পিতাজাতঃ শুভকৰ্ম্মানুযোগতঃ।
তস্যান্নমমৃতংভূত্বা দেবত্বেঽনুগচ্ছতি ॥
দনুজত্বেতথামদ্যং প্রেতত্বে ৰুধিৰোদকম্।
মনুষ্যত্বেঽন্নপানাদি নানাভোগৰসং ভবেৎ ॥

আমাৰ পিতা যদি শুভকৰ্ম্মানুসাৰে দেৱতা হৈ থাকে তেন্তে আমি দিয়া অন্ন-জল তেওঁৰ ভক্ষ্য অমৃত হব। দানব হলে তেওঁৰ ভক্ষ্য মদ্য হব। প্রেত হলে তেওঁৰ ভক্ষ্য ৰুধিৰোদক হব আৰু মানুহ হলে তেওঁৰ ভোজ্য অন্ন-জলাদি হব। এই বিষয়ৰ যুক্তি বিচাৰিলে পোৱা যাই যে সূৰ্য্যদেৱে সমস্ত বস্তুৰ ৰস টানি নি ওপৰত ৰাখে। বৰ্ষা বা আন সময়ত সেই ৰস হিম আৰু বৃষ্টি-ৰূপে পৰিণত হৈ সকলো বস্তুকে জন্মাই। এই কথা মহাকবি কালিদাসে ৰঘুবংশত স্পষ্টকৈ লিখিছে যে—

সহস্রগুণমুৎস্রষ্টুমাদত্তে হি ৰসং ৰবিঃ ॥

বৰ্ষাকালত সহস্রগুণ দিবলৈ ৰবিয়ে ৰশ্মিৰে ৰস নিয়ে। বিধাতাৰ ইচ্ছামতে কৰ্ম্মৰ এনে এটা শক্তি আছে যে কৰ্ম্মানুসাৰে সকলোৱে ফল ভোগ কৰে। এই কথা সকলোৱে কি লৌকিক কিম্বা অলৌকিক ফল ভোগ স্বীকাৰ কৰে। তেনেহলে দেৱতাৰ বা পিত্রাদিৰ উদ্দেশ্যে যি বস্তু ত্যাগ কৰা হয় তাৰ বৃষ্টিৰূপে পৰিণত হৈ উদ্দিষ্ট দেৱতাৰ ভক্ষ্য ও পেয় বস্তু হয়। তাকেই দেৱতাদি ভোগ কৰে। এই নিয়মে দেৱতা পিত্রাদিয়ে আমাৰ প্রদত্ত নৈবেদ্য, পিণ্ড, জল ভোগ কৰে। দৃষ্টান্ত স্বৰূপে কোৱা যায় যে ইংলণ্ডত থকা আমাৰ অসৰ্ম্মীয়ালৈ টকা মনিঅৰ্ডাৰ

কৰিলে ডাকঘৰত যি টকা দিয়া যায়, সেই টকা ভালৈ নাযাই কাগজহে যায়। তাত ব্যৱহৃত টকাহে তাত পাই। দেৱতাদিক দিয়া বস্তুও ভালৈ নেযায়। তাৰ ৰসৰ পৰা ওপজা বস্তুহে তেওঁলোকে পাই। ইয়াকে আমাৰ শাস্ত্ৰত কৈছে যে—

অগ্নৌ প্ৰাস্তাহুতিঃসম্যক্ আদিত্যমুপতিষ্ঠতে।
আদিত্যাজ্জায়তে বৃষ্টিঃ বৃষ্টেৰন্নং ততঃ প্ৰজাঃ॥

আমি অগ্নিত যি আহুতি প্ৰদান কৰো তাৰ ৰস ভাগ আদিত্যলোকলৈ যায় আৰু তাৰ পৰা বৃষ্টিঃ আৰু বৃষ্টিৰ পৰা অন্ন আৰু অন্নৰ পৰা প্ৰজা জন্মে। কালিদাসে মেঘদূতত লিখিছে যে—

ধূমজ্যোতিঃ সলিলমৰুতাং সন্নিপাতঃক্কমেঘঃ॥

মেঘৰ উপাদান ধুম, তেজ, সলিল, বায়ু এই চাৰিটা। তাৰ ভিতৰত ধুমই প্ৰধান। সেই কাৰণে মেঘৰ অপৰ নাম ধুমযোনি। এই ধুম ঘৃতাহুতিৰ পৰা হলে সুবৃষ্টিদায়ক মেঘ হয়। আজিকালি পেট্ৰল, কেৰাচিন্ প্ৰভৃতিৰ ধুমৰ পৰা হোৱা মেঘৰ জল বিষাক্ত হোৱা বাবে ভাল শস্য নহয়।

বহুতৰ মুখে শুনা যাই যে ভূতৰ উপদ্ৰৱ হলে গয়াত পিণ্ড দিলে সেই উপদ্ৰৱ নোহোৱা হয় আৰু কোনো কাৰণত উদ্ধাৰ নোহোৱা পিত্ৰাদিয়ে নানা উৎপাত কৰি পুত্ৰাদিক সপোনতে গয়াত পিণ্ড দিবলৈ কয় আৰু সেই মতে গয়াত পিণ্ড দিয়াৰ পিচত কোনো উৎপাত নোহোৱা হয়। সকলো ঈশ্বৰৰ ইচ্ছামতে হয়। এই কথা বেদাদি শাস্ত্ৰত কৈছে যেতিয়া তাক মানিব লাগে। তেনেহলে আমি দিয়া পিণ্ড-জল পিত্ৰাদিয়ে পাই বুলি যে শাস্ত্ৰত

ৈকছে তাক নামানিবৰ কোনো হেতু নাই। এই কথাকে কবি-শিৰোমণি কালিদাসে ৰঘুবংশত বশিষ্ঠ মুনিয়ে কোৱা দিলীপ ৰজাৰ প্ৰশ্নৰ উত্তৰত লিখিছে যে—

নূনংমত্তঃ পৰ বংশ্যাঃ পিণ্ড বিচ্ছেদদৰ্শিনঃ।
ন প্ৰকামভূজঃ শ্ৰাদ্ধে স্বধা সংগ্ৰহতৎপৰাঃ॥
মৎপৰং দুৰ্লভংমত্বা নূনমাবৰ্জ্জিতং ময়া।
পয়ঃপূৰ্ব্বৈঃ সনিঃশ্বাসৈঃ কবোষ্ণমুপভূজ্যতে॥

মোৰ পিচত পিণ্ড দিওতা কোনো নোহোৱা জানি মোৰ পিতৃ পুৰুষবিলাকে শ্ৰাদ্ধত মই দিয়া পিণ্ড সমুদায় পেট ভৰাই নেখাই তাৰে অলপ সাচি থয় আৰু মোৰ পিচত দুৰ্লভ বুলি জানি মই দিয়া তৰ্পণৰ জল হুমুনিয়াহাৰে (দীৰ্ঘ নিঃশ্বাসেৰে) অলপ গৰম কৰিহে খাই। পাঠক। হিন্দু-ধৰ্ম্ম ইমান উদাৰ যে ব্ৰহ্মাদিস্তম্ব পৰ্য্যন্ত চৰাচৰ জগতৰ তৃপ্ত্যাৰ্থে সদাই জল দান কৰিবৰ উপদেশ দিছে। এনেকুৱা উদাৰতা কোন ধৰ্ম্মত আছে। পাঠকে ভাবি চাওকচোন।

ইয়াৰ পিচত দেৱতা পূজা কৰিব লাগে বুলি বিষ্ণুপুৰাণত কহে যথা—

ততো গৃহাৰ্চ্চনং কুৰ্য্যাদভীষ্টসুৰপূজনম্॥

তৰ্পণৰ পিচত দেৱগৃহ মাৰ্জ্জনাদি দ্বাৰা সংস্কাৰ কৰি নিজৰ বাঞ্ছিত দেৱৰ পূজা কৰিব।

সোঽহমস্মীত্যুপাসীত বিধিনা যেন কেনচিৎ॥

সেই ব্ৰহ্মই মই এই ভাব হবলৈ যেই সেই বিধিৰে উপাসনা কৰিব। উপাসনাৰ মুখ্য উদ্দেশ্য ব্ৰহ্মপ্ৰাপ্তি বা ব্ৰহ্ম হোৱা। এই ভাব হবলৈ প্ৰথমতে উপাসকৰ হিতাৰ্থে ব্ৰহ্মাই নিজ ইচ্ছা-মতে পৰিগ্ৰহ কৰা মূৰ্ত্তি পূজা কৰিব লাগে। এই মূৰ্ত্তি পূজাত নানা প্ৰকাৰ কামনা সিদ্ধি হয়। মানুহে সকাম অৱস্থাত নিষ্কাম ভাবে পূজা কৰিব নোৱাৰে। গতিকে যেতিয়ালৈকে বিষয়ত বিৰক্তি নহয়, তেতিয়ালৈকে কামনা সিদ্ধিৰ নিমিত্ত মূৰ্ত্তি পূজা কৰিব লাগে। শাস্ত্ৰত কৈছে যে—

চিন্ময়স্যাদ্বিতীয়স্য নীষ্কলস্য শৰীৰিণ:।
সাধকানাং হিতাৰ্থায় ব্ৰহ্মণো ৰূপকল্পনা॥

চৈতন্য স্বৰূপ অদ্বিতীয় কোনো ৰূপ নথকা অশৰীৰী ব্ৰহ্মই উপাসকবিলাকৰ হিত সাধিবৰ কাৰণে মূৰ্ত্তি ধাৰণ কৰে। এই কথাকে শ্ৰীমদ্ভাগৱতত স্পষ্টকৈ লিখিছে যে—

যদাযদাহি ধৰ্ম্মস্য গ্লানিৰ্ভবতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্॥
পৰিত্ৰাণায় সাধুনাং বিনাশায়চ দুষ্কৃতাং।
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥

যেতিয়া মই কৰা নিয়মৰ বহুত বহুত বিপৰ্য্যয় ঘটে আৰু অনিয়মৰ বাহুল্য হয় তেতিয়া মই কৰা নিয়ম ৰক্ষাৰ্থে শৰীৰ ধাৰণ কৰো ( অৰ্থাৎ অৱতাৰ ধৰো ) মোৰ ভক্তবিলাকক পৰিত্ৰাণ কৰিবলৈ আৰু অভক্তবিলাকক আভৰ কৰিবলৈ মই যুগে যুগে অৱতাৰ ধৰো। উপাসনাৰ ফল দৃষ্টান্তেৰে সুন্দৰকৈ বুজাইছে যে—

গবাং সৰ্পিঃ শৰীৰস্থং নকৰোত্যঙ্গ পোষণং।
নিঃসৃতং কৰ্ম্ম সংযুক্তং পুনঃ তাষাং তদৌষধম্॥
এবং সহি শৰীৰস্থঃ সৰ্পিৰ্ব্বৎ পৰমেশ্বৰঃ।
বিনা সোপাসনাদেৱ নকৰোতি হিতং নৃষু॥

ঘিউ গৰুৰ শৰীৰতে আছে কিন্তু তাৰ দ্বাৰা গৰুৰ অঙ্গ পুষ্টি নহয়। যেতিয়া শৰীৰৰ পৰা ঘিউ উলিয়াই অন্য বস্তু সংযুক্ত কৰি সেই ঘিউ গৰুক খুউৱাই, তেতিয়াহে গৰুৰ অঙ্গ পুষ্টি হয়। তেনেকৈ শৰীৰত থকা ব্ৰহ্মক বাহিৰত প্ৰতিমাদিত উলিয়াই যদি অন্তৰৈল নিযে; অৰ্থাৎ প্ৰতিমাদিত থকা ব্ৰহ্মই মই এই ভাব হয় তেতিয়াহে সাধকৰ হিত হয়। বাস্তবিকপক্ষে আমাৰ অতি ক্ষুদ্ৰ মন বুদ্ধি ইন্দ্ৰিয়াদিৰে সৰ্ব্বব্যাপক ব্ৰহ্মৰ চিন্তা কোনোমতে হব নোৱাৰে। সেই কাৰণে আমাৰ এই ক্ষুদ্ৰ মন আদিৰে সাকাৰ ব্ৰহ্মৰ চিন্তা সম্ভৱ পৰ হয়। গতিকে আমাৰ পক্ষে মূৰ্ত্তি পুজাহে কৰ্ত্তব্য। এনেকৈ মূৰ্ত্তি পুজা কৰোতে কৰোতে যদি নিজে প্ৰতিমাময় হব পাৰে তেন্তে তাৰ পিচতহে নিৰাকাৰ মহৎ ব্ৰহ্মক ভাবিব পৰা শক্তি জন্মে। আৰু তেতিয়াহে নিৰাকাৰ ব্ৰহ্মোপাসনা সম্ভৱ পৰ হয়। পাঠক। কোন কোন সাকাৰ দেৱতাৰ পুজা কেনেকৈ কৰিব লাগে ইত্যাদি কথা প্ৰবন্ধৰ অতি বাহুল্যৰ ভয়ত কোৱা নহল। আৰু সি কথা এই গ্ৰন্থৰ উদ্দেশ্যও নহয়।

* ইত্যাচাৰ বিজ্ঞানে চতুৰ্থ যামাৰ্দ্ধ কৃতাম্॥ *

ইয়াৰ পিচত পঞ্চম যামাদ্ধৰ কথা দক্ষে কৈছে যে —

পঞ্চমে চ তথা ভাগে সম্বিভাগো যথাৰ্হতঃ।
পিতৃদেব মনুষ্যাণাং কীটানাঞ্চোপদিশ্যতে।
সম্বিভাগং ততঃ কৃত্বা গৃহস্থঃ শেষভুগ্ ভবেৎ॥

গৃহস্থ জনে যথাসাধ্য সিদ্ধান্ন ভদভাবে আমন্নাদি দ্বাৰা দেৱতা মনুষ্য কীট-পতঙ্গাদিৰ তৃপ্তি সাধন কৰি অৱশিষ্ট ভোজী হব। আপস্তম্ব মুনিয়ে কৈছে যে—

গৃহমেধিনো যদশনীয়ং তস্য হোমবলয়ঃ স্বস্ব পুষ্টি সংযুক্তাঃ।

গৃহস্থৰ যি ভক্ষণীয় বস্তু তাৰ দ্বাৰা বৈশ্বদেৱ হোম আৰু বলি কৰ্ম্ম কৰিলে নিজৰ পুষ্টি হয়। অন্নৰ অভাৱত শঙ্খ কৈছে --

-অহৰহঃ পঞ্চ যজ্ঞানির্বপেৎ মূল পত্ৰোদক শাকেভ্যঃ।

অন্নৰ অভাৱত মূল পত্ৰ শাক জল দ্বাৰা দিনে দিনে পঞ্চ মহা যজ্ঞ কৰিব। ব্যাসে লিখিছে যে —

অকৃতে বৈশ্বদেৱেতু ভিক্ষুকে গৃহমাগতে।
উদ্ধৃত্য বৈশ্বদেৱান্নং ভিক্ষাং দত্বা বিসৰ্জ্জয়েৎ॥

বৈশ্বদেৱ হোম নকৰাতে যদি ভিক্ষুক উপস্থিত হয়, তেন্তে বৈশ্বদেৱাদিৰ নিমিত্তে অন্ন ৰাখি বাকী সেই অন্ন ভিক্ষুকক দি তেওঁক বিদায় দিহে বৈশ্বদেৱ হোমাদি কৰিব। তেওঁৰে ভিক্ষুকৰ কথা লিখিছে যে—

ব্ৰহ্মচাৰী যতিশ্চৈব বিদ্যাৰ্থী গুৰু পোষকঃ।
অধ্বগঃ ক্ষীণবৃত্তিশ্চষড়েতে ভিক্ষুকাঃ স্মৃতাঃ॥

ব্ৰহ্মচাৰী, সন্ন্যাসী, বিদ্যাৰ্থী, পিত্ৰাদি পোষণৰ নিমিত্ত ভিক্ষা কাৰী, বাটৰুৱা, কাঙ্গাল এই ছয়টাকে ভিক্ষুক বোলে। বিষ্ণু পুৰাণত কাম্য বলি দিবৰ কথা কৈছে যে—

ততোঽন্যমমাদায় ভূমিভাগে শুচৌ পুনঃ।
দদ্যাদশেষ ভূতেভ্যঃ স্বেচ্ছয়াতৎ সমাহিতঃ॥
দেবামনুষ্যাঃ পশবো বয়াংসি সিদ্ধাঃ সৰক্ষোৰগ দৈত্য সঙ্ঘাঃ।
প্ৰেতাঃ পিশাচাস্তৰবো সমস্তাঃ যেচান্নমিচ্ছন্তিময়া প্ৰদত্তম্॥
পিপিলীকাঃ কীট পতঙ্গকাদ্যা বুভুক্ষিতাঃ কৰ্ম্মনিবন্ধ বদ্ধাঃ।
প্ৰযান্তুতে তৃপ্তিমিদং ময়ান্নং তেভ্যো বিসৃষ্টং সুখিনো ভবন্তু॥

নিত্য বলি দিয়াৰ পিচত অন্ন হাতত লৈ শুচি ভূমিত দেবাঃ ইত্যাদি মন্ত্ৰ উচ্চাৰণ কৰি বলি দিব। মন্ত্ৰাৰ্থ দেৱতা, মনুষ্য, পশু-পক্ষী, সিদ্ধ, ৰাক্ষস, সৰ্প, দৈত্য, পিশাচবিলাক আৰু বৃক্ষবিলাক আৰু যিবিলাকে মোৰ প্ৰদত্ত অন্নক ইচ্ছা কৰে, আৰু স্বকৰ্ম্ম-বশত যিবিলাকে পিপীৰা কীট-পতঙ্গ যোনিক প্ৰাপ্ত হৈছে। আৰু যিবিলাক ক্ষুধাৰ্ত্ত সিবিলাকৰ উদ্দেশ্যে মই এই অন্ন দিলো। তেওঁ লোকে এই অন্ন ভক্ষণ কৰি তৃপ্তি লাভ কৰক আৰু সুখী হওক। পাঠক! জগতৰ সকলো বস্তুৰেই তৃপ্তি আকাংখা সুখেচ্ছা কৰি অন্ন দান দিহে সদাই পিচত খোৱা মানুহক উদাৰতা বিশ্বপ্ৰেম নাথাকা বুলি কোনে কব পাৰে। এই শিক্ষা হিন্দু ধৰ্ম্মৰ বাহিৰে কোন ধৰ্ম্মত আছে কব পাৰেনে? আৰু ইয়াৰদ্বাৰা বৃক্ষাদিৰ যে সুখাদি জ্ঞান আছে তাকো বুজা যাই। বৃক্ষাদিৰ সুখাদি বোধ আজি কিছুমান বছৰৰ আগেয়ে বৈজ্ঞানিক প্ৰবৰ ডাক্তৰ জগদীশ চন্দ্ৰ বসুয়ে

প্ৰমাণিত কৰিছে। তাৰ পিচত বিষ্ণু পুৰাণত লিখিছে যে—

ততো গোদোহ মাত্ৰং বৈকালং তিষ্ঠেৎ গৃহাঙ্গণো অতিথি
গ্ৰহণাৰ্থায় তদূৰ্দ্ধং বা যথেচ্ছয়া।

বলি দানৰ পিচত অতিথিক পাবলৈ গোদোহ কাল বা তদূৰ্দ্ধ কাল ঘৰৰ চোতালত অপেক্ষা কৰিব। শাতাতপে লিখিছে যে—

প্ৰিয়ো বা যদি বা দেষ্যো মূৰ্খঃ পণ্ডিত এব বা।
সম্প্ৰাপ্তে বৈশ্বদেবান্তে সোঽতিথিঃ স্বৰ্গ সংক্ৰমঃ॥

মিত্ৰই হওক বা শত্ৰুই হওক, মূৰ্খই হওক বা পণ্ডিতে হওক বলি বৈশ্বদেবৰ অন্তত পোৱা অতিথিয়ে স্বৰ্গ সংক্ৰমক। অৰ্থাৎ স্বৰ্গত উঠা খট্ খটি। অৰ্থাৎ তেনে সময়ত অতিথিক খুৱালে তাৰ ফলতে স্বৰ্গ লৈ যাব পাৰে। পাঠক। হিংসা দ্বেষ পাহৰা শত্ৰু মিত্ৰ, মূৰ্খ পণ্ডিতক সমান চকুৰে দেখভাৰ নিচিনা দেখা কথা শিক্ষা সদাই কৰিব লাগে বুলি কোৱা উপদেশটো কিমান যে উপযোগী ভাবি চাওকচোন। এইবোৰ শিক্ষা লোপ পোৱাস ৰাবেহে আজি ভাৰতত একতা কোনো মতে নোহোৱা হৈছে। এইবিলাক ফল স্বৰূপে নীতি বিশাৰদ বিষ্ণু শৰ্ম্মাই লিখিছে যে—

অয়ং নিজঃ পৰোবেতি গণনা লঘুচেতসাম্।
উদাৰ চৰিতানাম্ভ বসুধৈব কুটুম্বকম্॥

এইটো আপোন এইটো পৰ এনেকুৱা স্বভাৱ ক্ষুদ্ৰচিত্ত মনুষ্যৰ হয়। উদাৰ চিত্তলোকৰ হলে সমস্ত পৃথিবীস্থ বস্তুই আপোন। ইয়াৰ পিচত নিত্য শ্ৰাদ্ধ কৰিবৰ কথা লিখিছে। জাতুকৰ্ণে কৈছে যে—

নিত্য শ্ৰাদ্ধং প্ৰবক্ষ্যামি পিণ্ডহোমাদি বৰ্জ্জিতম্

পিণ্ডৌ অগ্নৌকৰণ বিহীন নিত্যশ্ৰাদ্ধ সদায় কৰিব। নিত্য শ্ৰাদ্ধ কৰিবৰ অশক্ত হলে কেৱল আমান্নোৎসৰ্গ কৰিব। যিহেতু অন্নোৎসৰ্গই প্ৰধান হোৱা বাবে শ্ৰাদ্ধপদ বাচ্য হয়। অতিথিৰ অভাৱত ব্ৰাহ্মণক অন্নাদি দান কৰিবৰ কথা বৌধায়নে কৈছে যে—

অহৰহৰ্ব্ৰাহ্মণেভ্যোঽন্নংদদ্যাৎ আমূল ফল শাকেভ্যোঽথৈং

মনুষ্য যজ্ঞং সমাপ্নোতি।

অতিথিক খুৱাব নোৱাৰিলে ব্ৰাহ্মণক শক্তি অনুসাৰে অন্ন, মূল, ফল, শাক ভিক্ষা দিব। তাৰদ্বাৰা মনুষ্য যজ্ঞ সিদ্ধ হব। ব্ৰাহ্মণ নেপালে সেই বস্তু গৰুক দিব। তদভাবে অগ্নিক দিবৰ কথা বিষ্ণুৱে কৈছে যে—

ভিক্ষুকাভাবে চাগ্ৰং গোভ্যোদদ্যাদগ্নৌ বা ক্ষিপেৎ।

গৌতমে কৈছে যে—

নিত্যং স্বাধ্যায়ং পিতৃ তৰ্পণঞ্চ যথোৎসাহমন্যৎ ॥

পঞ্চ মহাযজ্ঞৰ ভিতৰত স্বাধ্যায় অৰ্থাৎ বেদ পাঠ (ব্ৰহ্ম যজ্ঞ) পিতৃ তৰ্পণ (পিতৃ যজ্ঞ) সদায় অঙ্গ বৈকল্য হলেও কৰিব। অন্য ত্ৰিবিধ যজ্ঞ পাৰিলে কৰিব। পাঠক! দৈনন্দিক এইবিলাক কাৰ্য্য কৰা মানুহক উদাৰ হুবুলি স্বাৰ্থপৰ কেনেকৈ বোলে। ইযাৰ পিচত ব্ৰহ্ম পুৰাণত লিখিছে যে—

সৌৰভেয়ঃ সৰ্ব্বহিতাঃ পবিত্ৰাঃ পুণ্যৰাশয়ঃ।

প্ৰতিগৃহ্নন্তু মে গ্ৰাসং গাবস্ত্ৰৈলোক্য মাতৰঃ

দদ্যাদনেন মন্ত্ৰেণ গবাং গ্ৰাসং সদৈবহি ॥

হে সুৰভি নন্দিনী। সৰ্ব্বদ্ৰব্য হিতকাৰিণী! পবিত্রে! পুণ্যৰাশি স্বৰূপে। ত্রিলোক মাতৃ ৰূপিণি। গোমাতঃ। মই দিয়া এই ঘাস গ্ৰহণ কৰা এই মন্ত্ৰেৰে সদায় গৰুক ঘাঁহ দিব। পাঠক! গৰু যে মানুহৰ কিমান উপকাৰী তাক সকলোৱে জানে। সেই কাৰণে গোৰক্ষাৰ্থে গো পূজা (গোগ্ৰাস দান) সদায় কৰিবৰ কথা কৈছে। আমাৰ দেশত গোপালন একেবাৰে নাই বুলিব পাৰি গো সম্বন্ধে বৰাহ পুৰাণত লিখিছে যে—

দন্তেষু মৰুতো দেবাঃ জিহ্বায়াঞ্চ সৰস্বতী।
খুৰ মধ্যে তু গন্ধৰ্ব্বাঃ খুৰাগ্ৰেষু তু পন্নগাঃ॥
সৰ্ব্বসন্ধিষু সাধ্যাশ্চ চন্দ্ৰাদিত্যৌ তু লোচনে।
ককুদি সৰ্ব্বনক্ষত্ৰঃ লাঙ্গুলে ধৰ্ম্ম আশ্ৰিতঃ॥
অপানে সৰ্ব্বতীৰ্থাণি প্ৰস্ৰাবে জাহ্নৱী নদী।
নানা দ্বীপ সমাকীৰ্ণাঃ চত্বাৰঃ সাগৰস্তথা॥
ঋষয়ো ৰোমকূপেষু গোময়ে পদ্মধাৰিণী।
ৰোমসু সন্তি বিদ্যাশ্চত্বক্ কেশেষয়ন দ্বয়ং॥
ধৈৰ্য্যং ধৃতিশ্চ ক্ষান্তিশ্চ পুষ্টি বুদ্ধিস্তথৈবচ।
বিদ্যা শান্তিৰ্মতিশ্চৈৱ সন্তুষ্টিঃ পৰমা তথা॥
গচ্ছন্তিমনুগচ্ছন্তি এতা গাং বৈ ন সংশয়।
যত্ৰ গাবো জগত্তত্ৰ দেব দেব পুৰোগমাঃ॥
যত্ৰ গাবস্তত্ৰ লক্ষ্মীঃ সাংখ্যধৰ্ম্মশ্চ শাশ্বতঃ।
সৰ্ব্বৰূপেষু তাগাৱস্তিষ্ঠন্ত্যভিমতাঃ মুদা॥
গাবঃ পবিত্ৰ মঙ্গল্যা দেবানামপি দেৱতাঃ।
যস্তাঃ শুশ্ৰূষতে ভক্ত্যা স পাপেভ্যো প্ৰমুচ্যতে॥

গৰুৰ কোন অঙ্গত কোন থাকে তাকে কৈছে যে—দন্তত বায়ু দেৱতা, জিভাত সৰস্বতী, খুৰাৰ মাজত গন্ধৰ্ব্ব, খুৰাগ্ৰত সৰ্প, সন্ধিস্থানত সাধ্য, চকুত আদিত্য, চন্দ্ৰ, চুটত নক্ষত্ৰ, লাঙুলত ধৰ্ম্ম, কটিত তীৰ্থ, প্ৰস্ৰাৱত গঙ্গা নদী আৰু নানা দ্বীপে সৈতে চাৰি সাগৰ, ৰোমকূপত ঋষি, গোময়ত লক্ষ্মী, নোমত বিদ্যা, ছাল আৰু সুৰৰ নোমত দুই অয়ন ধৈৰ্য্য ধৃতি, ক্ষমা, পুষ্টি, বুদ্ধি, বিদ্যা, শান্তি, মতি, পৰম সন্তোষ, এই সকলে গৰু যোৱাত অনুগমন কৰে। গৰু য'ত থাকে দেৱ দেৱাদিকে আদি কৰি সমস্ত জগৎ তাত থাকে। য'ত গৰু থাকে তাত লক্ষ্মী আৰু সনাতন জ্ঞান ধৰ্ম্ম থাকে। সকলো ৰূপতে সেই গো সদায় থাকে। গো পবিত্ৰ মঙ্গলদায়ক দেৱতাৰো দেৱতা, যোনে ভক্তি পুৰ্ব্বক গোৰ শুশ্ৰূষা কৰে, তেওঁ সকল পাপৰ পৰা মুক্ত হয়।

> দুগ্ধঞ্চ শৰ্কৰাচৈৱ ঘৃতং মধু তথা দধি।
> পঞ্চামৃতমিদং প্ৰোক্তং বিধেয়ং সৰ্ব্বকৰ্ম্মসু ॥

দুগ্ধ, চিনি, ঘিউ, মৌ আৰু দৈ এই পাচ বিধ বস্তু অমৃত। সকলো বৈদিক কাৰ্য্যত ব্যৱহাৰ কৰিব কৈছে। স্ত্ৰীলোকৰ গৰ্ভাৱস্থাৰ পঞ্চম মাসত পঞ্চামৃত ভক্ষণ বিধেয়। কাৰণ পঞ্চামৃত খালে গৰ্ভদোষ নাশ আৰু গৰ্ভ পুষ্টিকৰ হয়। উদ্ভিদ মাত্ৰৰেই গোবৰ সাৰ। গো দুগ্ধ কেচুৱা অৱস্থাৰ পৰা বুঢ়াসৈকে জীৱন ৰক্ষক, বল-বুদ্ধি বৰ্দ্ধক। ঘিউৰ উপকাৰিতা সম্বন্ধে সকলোৰে জনা আছে। ঘিউ নহলে কোনো যজ্ঞ সিদ্ধ নহয়। আৰু যজ্ঞ নহলে সুবৃষ্টি, সুশস্য নহয়। এই কথাকে শ্ৰীকৃষ্ণে গীতাত কৈছে যে—

সহযজ্ঞাঃ প্ৰজাস্সৃষ্ট্বা পুৰোবাচ প্ৰজাপতিঃ।
অনেন প্ৰসবিষ্যধ্বং এষবোভিষ্টকামধুক্ ॥

প্ৰজাপতিয়ে যজ্ঞৰ সৈতে প্ৰজা সৃষ্টি কৰি পুৰ্ব্বে কৈছে যে ইয়াৰে (যজ্ঞেৰে) তোমালোক উন্নত হবা আৰু এই যজ্ঞই তোমালোকৰ বাঞ্ছা পুৰণ কৰক। ইয়াকে বিবৰি তাতেই কৈছে যে—

যজ্ঞাদ্ভবতি পৰ্য্যন্যঃ পৰ্য্যন্যাদন্ন সম্ভবঃ।
অন্নাদ্ভবন্তি ভূতানি ॥

যজ্ঞৰ পৰা মেঘ, মেঘৰ পৰা অন্ন, অন্নৰ পৰা সমস্ত প্ৰাণী হয়। যজ্ঞৰ প্ৰধান সাধন ব্ৰাহ্মণ আৰু গৰু। এই দুটা নেথাকিলে জগৎ নেথাকে। সেই কাৰণে শাস্ত্ৰত লিখিছে যে—

ব্ৰাহ্মণাশ্চৈব গাবশ্চ কুলমেকং দ্বিধাকৃতম্।
একত্ৰ মন্ত্ৰাস্তিষ্ঠন্তি হবিৰণ্যত্ৰ তিষ্ঠতি ॥

যজ্ঞ সম্বন্ধে ব্ৰাহ্মণ আৰু গৰু এক বংশৰেই। এঠাইত অৰ্থাৎ ব্ৰাহ্মণত যজ্ঞীয় মন্ত্ৰ আৰু গৰুত হবি অৰ্থাৎ হবনীয় ঘিউ, দুগ্ধ, দধি ইত্যাদি থাকে। অন্য প্ৰাণীৰ বিষ্ঠা আৰু আৰু মূত্ৰ বিষাক্ত, সেই কাৰণে অপবিত্ৰ। কিন্তু গৰুৰ বিষ্ঠা ও মূত্ৰ বিষ-নাশক সেই বাবে সি পবিত্ৰ। বহুত প্ৰায়শ্চিত্তত ঘৃত ভোজন আৰু গোমূত্ৰ ভোজন উক্ত কৰিছে। এনেকুৱা গৰুৰ লালন-পালন যে কেনেকৈ কৰিব লাগে তাক কব লাগিলে প্ৰবন্ধৰ বাহুল্য হয়। মুঠতে কব লাগিলে দিনে-ৰাতিয়ে গৰুৰ লগত থাকিব লাগে আৰু কোনো কষ্ট নোপোৱাকৈ ৰাখিব লাগে। স্মৃতি শাস্ত্ৰত লিখিছে যে—

কুশৈকাশৈশ্চ বধ্নিয়াৎ স্থানে দোষ বিবৰ্জ্জিতে ॥

কোনো ৰকম দোষ নথকা ঠাইত কুশৰ বা কাহিৰ জৰিৰে গৰু বান্ধিব আৰু ভাবেই লিখিছে যে—

ন নাৰিকেলৈৰ্নচ শালতালৈ ৰ্নচাপিমৌঞ্জে ৰ্নচবন্ধশৃঙ্খলৈঃ।
এতৈস্তুগাবো নহি বন্ধনীয়া বধবাতু তিষ্ঠেৎ পৰশুং গৃহীত্বা ॥

নাৰিকল, মুগা প্ৰভৃতি টান ৰচি আৰু শিকলিৰে গৰু নেবান্ধিব। পূৰ্ব্বোক্ত ৰচিৰে বান্ধি কুঠাৰ অস্ত্ৰ হাতত লৈ গৰুৰ ওচৰত থাকিব আৰু লিখিছে যে—

গবাংগোষ্ঠে গোধনবান্ ধূমং যস্তু নকাৰয়েৎ।
মক্ষিকালীন নৰকে মক্ষিকাভিঃ সভক্ষ্যতে ॥

যি গো পালকে গৰুৰ গলিত ধোৱা নিদিয়ে মাখিবিলাকে মাখি থকা নৰকত তেওঁক কামুৰিয়াব। গোহালী ঘৰ গোসাঁই ঘৰৰ নিচিনা হব লাগে। গোসাঁই ঘৰ যেনে পবিত্ৰ — গোহালী ঘৰো তেনে পবিত্ৰ। তাৰ পবিত্ৰতা ৰক্ষা কৰিবৰ নিমিত্তে ভৰি নোধোৱাকৈ তাত সোমাব বাধা কৰিছে যথা—

আপো দেৱগৃহং গোষ্ঠং যত্ৰ তিষ্ঠন্তি ব্ৰাহ্মণাঃ।
অক্ষালিত পদানান্তঃ প্ৰবেষ্টব্যং কদাচন ॥

জলাশয, দেৱগৃহ, গোগৃহ আৰু ব্ৰাহ্মণ সভা এই চাৰি ঠাইত ভৰি নোধোৱাকৈ নোসোমাব। বৰ দুঃখৰ কথা যে আমাৰ দেশত কলো ঘৰতকৈ বিটো ঘৰ বেয়া সেইটোহে গোহালি। তাত গৰুক থাব দিয়াটো অপমানজনক হয়। গৰু হিন্দুৰ পৰম দেৱতা, পৰম মঙ্গলদায়ক, সেই কাৰণে ঋষিবিলাকে অপালনাদি

দোষত গৰু মৰিলে নানা যাতনাদায়ক বেচি প্ৰায়শ্চিত্ত বিধান কৰিছে। পুৰুষ গৰু নহলে হল বাহন নহয়। তাৰ অভাবত কোনো শস্য নোহোৱা বাবে প্ৰাণী হব নোৱাৰে। অতএব এনেকুৱা জগতৰ জনক স্বৰূপ গো হত্যাকাৰীবিলাকক জগতৰ শত্ৰু আৰু কৃতঘ্ন বুলিব পাৰি। হিন্দুৰ গো-সেৱা এটা বৈশিষ্ট্যতা। যিবিলাক জাতিয়ে গো-হত্যা কৰি খায়, সিবিলাকক ম্লেচ্ছ বোলে। যথা—

গোমাংস খাদকোযস্তু বিৰুদ্ধং বহুভাষতে।
সৰ্ব্বাচাৰ বিহীনশ্চ ম্লেচ্ছ ইত্যভিধিয়তে॥

যোনে গোমাংস খাই, যোনে বেদৰ বিৰুদ্ধে নানা কুযুক্তি কুতৰ্ক কৰে, শাস্ত্ৰ বিহিত আচাৰ যাৰ নাই তাকেই ম্লেচ্ছ বোলে। পাঠক! গৰু জগতৰ কেনে উপকাৰী সেই বিষয় অলপ কোৱা হল। এতিয়া ব্ৰাহ্মণ যে জগতৰ কিমান উপকাৰী সেই বিষয় অলপ আলোচনা কৰো।

ব্ৰাহ্মণোঽস্য মুখমাসীৎ বাহূ ৰাজন্যকৃতঃ।
উৰুযদস্যবৈশ্যঃ পদ্ভ্যাং শূদ্ৰোঽজায়ত॥

এই বেদৰ পৰা বুজা যায় যে ব্ৰহ্মাৰ মুখৰ পৰা ব্ৰাহ্মণ, বাহুৰ পৰা ক্ষত্ৰিয়, উৰুৰ পৰা বৈশ্য আৰু ভৰিৰ পৰা শূদ্ৰ জন্মিছে। এই চাৰি জাতি পৰস্পৰে পৰস্পৰৰ কাৰ্য্য সাধন কৰে বুলি এটা হিন্দু সমাজৰ শৰীৰ। পৰস্পৰৰ সাহায্য নেপালে কোনো জাতিয়ে কেৱল যে উন্নতি লাভ কৰিব নোৱাৰি সিটো নহয়, বাচিবই নোৱাৰে। তাৰ দৃষ্টান্ত স্বৰূপে প্ৰত্যেক মানুহৰ শৰীৰ চাৰি অংশেৰে গঠিত কৰি এই কথাকে বুজাইছে। গল, জঙ্ঘা,

স্নায়ু এই তিনিটা সন্ধিস্থল। এই চাৰি অংশৰ একাংশ নহলে আন অংশ অকৰ্ম্মণ্য হয়। এই কথা সত্য। হিন্দুয়ে ঈশ্বৰ, বেদ, পৰলোক মানে। সেই বেদ ঈশ্বৰৰ বাণী বুলিও মানে। বেদ মানে সমস্ত জ্ঞান। সকলো মানুহে সমস্ত জ্ঞান লভিব নোৱাৰে। সেই কাৰণে এটা এটা বিষয়ৰ জ্ঞান লাভৰ নিমিত্তে জাতি অনুসাৰে কৰ্ম্ম বিভাগ কৰি দিছে। সেই মতে চলিলে সকলো পৰস্পৰৰ সহায়ক হয়। সতিকে কোনোৱে কাকো অপেক্ষা নকৰাকৈ থাকিব নোৱাৰে। সেই কাৰণে হিন্দু সমাজ এটা শৰীৰৰ নিচিনা বুলি ধৰিব লাগে। সমস্ত জগৎ সৃষ্টি কৰিবৰ কাৰণে। ঈশ্বৰে প্ৰথমে ব্ৰহ্মাক সৃষ্টি কৰিছিল আৰু তেওঁক সমস্ত জ্ঞান প্ৰাপ্ত অৰ্থাৎ বেদজ্ঞ কৰিছিল। এই ব্ৰহ্মাই মুখৰ পৰা জন্মোৱা সন্তান-বিলাকক যোগ শিক্ষাদি বেদজ্ঞ কৰিছিল। তেওঁলোকে পৰৱৰ্ত্তী সন্তানবিলাকক বেদ শিকাইছিল। এবং প্ৰকাৰে ঋষি-মুনিবিলাকৰ দিনলৈকে বেদ চলি আহিছে। কালক্ৰমে মানুহৰ শক্তি কমি অহাত যোগ নষ্ট হোৱা মানুহৰ নিমিত্তে ঋষিবিলাকে বেদৰ অনুবাদ কৰি স্মৃতি-শাস্ত্ৰ ৰচনা কৰে আৰু ব্যাসদেৱে সাধুবিলাকৰ চৰিত্ৰ বৰ্ণনা প্ৰসঙ্গত আৰু অসাধু বিলাকৰ চৰিত্ৰ বৰ্ণন প্ৰসঙ্গত বেদোক্ত বিধি নিষেধবোৰ উক্ত কৰিছে। সেই শাস্ত্ৰ বিলাকে হৈছে পুৰাণ। সতিকে স্মৃতি আৰু পুৰাণ শাস্ত্ৰবোৰ বেদৰ অনুবাদ। এই সকল শাস্ত্ৰ বেদবৎ প্ৰমাণ। ইয়াৰ বিৰুদ্ধে গলে ঈশ্বৰৰ আদেশ লঙ্ঘন কৰা হয়। পূৰ্ব্বোক্ত বেদাদি শাস্ত্ৰত জগতৰ লৌকিক ও আধ্যাত্মিক হিতাৰ্থে ব্ৰাহ্মণক যজন, যাজন, অধ্যাপন, অধ্যয়ন,

দান, প্ৰতিগ্ৰহ এই ছয় বিধ কাৰ্য্য কৰিব দিছে। ক্ষত্ৰিয়ক জগতৰ ৰক্ষাৰ্থে দুষ্ট দমন, শিষ্ট পালন, বৈশ্যক সকলোৰে ভৰণ-পোষণ আৰু শূদ্ৰক ও শঙ্কৰ জাতিৰ মানুহক পূৰ্ব্বোক্ত তিনি জাতিৰ স্ব স্ব কাৰ্য্যত সাহায্য কৰিবলৈ কৈছে।

ব্ৰাহ্মণে নিত্যে তৰ্পণ কৰি বলি-বৈশ্বদেৱ, ঈশ্বৰোপাসনাৰ দ্বাৰা জগতৰ মঙ্গল কামনা কৰে। এই সকল কথা সেই ২য় প্ৰস্তাৱত লিখা হৈছে। নিজ নিজ জাতিৰ বৈশিষ্ট্য ৰক্ষাৰ্থে অন্য জাতিৰ তেজৰ লগত সম্পৰ্ক কৰিবলৈ বাধা দিছে। তাকে নকৰি সকলোৱে এক জাতি হব খুজিলে বৰ্ণাশ্ৰম ধৰ্ম্ম লোপ হয় আৰু হিন্দুত্ব নাথাকে। ম্লেচ্ছ জাতৰ নিচিনা নতুন ম্লেচ্ছ জাতিহে হয়। ব্ৰাহ্মণে যেনেকৈ সাত্বিক ভাবত থাকি তদিতৰ জাতিৰ বৈদিক, দৈৱিক, পৈত্ৰিক কাৰ্য্য যথাবিধি কৰিব পাৰে, তাৰেহে উপায় কৰা সকলোৰে উচিত। সাত্বিক ব্ৰাহ্মণে পূৰ্ব্বোক্ত বৈদিক কাৰ্য্যত যথা-বিধি মন্ত্ৰোচ্চাৰণ কৰি ঈশ্বৰৰ ওচৰত যি প্ৰাৰ্থনা কৰে, সেয়েহে ফলবতী হয়। এই কথাকে শাস্ত্ৰত উক্ত কৰিছে যে—

সদ্ব্ৰাহ্মণাস্তুষ্টতমা বদান্তি তদ্দেবতাঃ কৰ্ম্মভিৰাচৰন্তি।
তুষ্টেষু তুষ্টাঃ সততং ভৱন্তি প্ৰত্যক্ষদেবেষু পৰোক্ষদেবাঃ॥

ব্ৰাহ্মণবিলাকে সন্তুষ্ট হৈ যি আশীৰ্ব্বাদ দিয়ে, দেৱতাবিলাকে কাৰ্য্যৰ দ্বাৰা তাকে কৰে। ব্ৰাহ্মণবিলাক দেখা দেৱতা, স্বৰ্গৰ দেৱতা বিলাক নেদেখা দেৱতা। দেখা দেৱতা সন্তুষ্ট হলে নেদেখা দেৱতা সন্তুষ্ট হয়। ইয়াৰ শত শত দৃষ্টান্ত পুৰাণ, মহাভাৰত, ভাগৱতাদিত পোৱা যায়। অতএব হে হিন্দুগণ! আপোনালোকে অৱশ্য কৰ্ত্তব্য

দৈবিক, পৈত্রিক কার্য্যবোৰৰ ফল পাবৰ ইচ্ছা যদি কৰে, তেন্তে ব্রাহ্মণ জাতিক তললৈ যাব নিদি উপৰলৈ নিবলৈ অর্থাৎ সাত্বিক কৰিবলৈ যত্ন কৰক। যদ্রূপৰূপক গো জাতিৰ অৱনতিত যথেষ্ট ঘৃতাদি খাদ্যৰ অভাৱত আমালোকৰ শাৰীৰিক আৰু মানসিক অৱস্থা বেয়া হৈছে, সেইদৰে ব্রাহ্মণৰ অভাৱত বেদোক্ত কাৰ্য্যবোৰ ফল তললৈ যাবলৈ ধৰিছে। এতেকে স্বাধীনতা লাভৰ পিচত হিন্দু ধর্ম্মৰ উন্নতি কৰোঁতে গো আৰু ব্রাহ্মণৰ উন্নতি কৰক। নহলে এই ভাৰতভূমিৰ আৰ্য্যাবৰ্ত্ত নাম নিৰৰ্থক হব। ই ম্লেচ্ছ দেশত পৰিণত হব। হিন্দুৰ বেদাদি সকলো শাস্ত্ৰৰ পৰিচয় আৰু উপকাৰিতাৰ বিষয় মই লিখা 'হিন্দু কৃষ্টিৰ চমু আভাস' নামৰ কিতাপত বিশেষকৈ লিখা আছে, অনুগ্রহ কৰি তাকে পঢ়িব। হিন্দু ধর্ম্ম বুলিলে বর্ণাশ্রম ধর্ম্মকে বুজায়। তাৰ বাহিৰৰ অন্য ধৰ্ম্মক নুবুজায় হিন্দু-শাস্ত্রমতে ৰজাই ধর্ম্ম শাসন কৰিব লাগে। আৰু সেই মতে আগৰ দিনত ৰজাই আমাৰ ধর্ম্ম শাসন কৰিছিল। বিদেশী বিভিন্ন ধর্ম্মাৱলম্বী ৰজাই আমাৰ ধর্ম্ম শাসন আৰু ধৰ্ম্ম শিক্ষা সুদীর্ঘকাল নিদিয়াত আৰু কৌশলক্রমে তেওঁলোকৰ ধর্ম্মত আৰু আচাৰত মুগ্ধ কৰাত আমাৰ হিন্দু-ধর্ম্মৰ তত্ত্বক নজনা হৈছোঁ আৰু তাত আস্থা নোহোৱা হৈছে। হিন্দু ধৰ্ম্ম হিন্দুৰ মজ্জাগত শক্তিক হিন্দুৰ শাসন হিন্দু শাস্ত্রক ভিত্তি কৰি কৰিলে অতি সোনকালে কাৰ্য্যকৰ হ'ব আৰু শান্তি স্থাপন কৰিব পাৰিব। নহলে শান্তিৰ স্থলত নানা প্ৰকাৰ অশান্তিহে সৃষ্টি হব। বৰ্ত্তমানে হিন্দু-শাস্ত্রৰ অনুমোদিত শাসন অন্য দেশৰ আদর্শ আৰু লোকৰ ৰুচি অনুসাৰে চলাব খোজাত

দলাদলিৰ সৃষ্টি হৈছে আৰু সি সদায় হৈ থাকিব। আৰু যে কত্তো কাণ্ড ঘটিব তাৰ নিৰ্ণয় কৰা সুকঠিন। আজি-কালি প্ৰায় মানুহে ভোগাসক্ত হৈ কৰ্ত্তব্যৰ পথা আঁতৰ হৈছে। ইমান যে চুৰি, ডকাইতি, অত্যন্ত লাভ লোৱা, ভেটি খোৱা হৈছে, তাৰ মূলত ভোগস্পৃহা। সেই কাৰণে কবিয়ে কয় যে—

ভোগস্পৃহাচ্ছেদনমন্তৰেণ ভবেদনৰ্থো মহত্তামবশ্যম্।

ভোগপ্ৰসক্তঃ ক্ৰমশোবিবস্বান্ মীনঞ্চ মেষঞ্চ বৃষঞ্চ ভুঙক্তে॥

ভোগস্পৃহাচ্ছেদন কৰিব নোৱাৰিলে মহৎ ব্যক্তিৰো মহান্ অপকাৰ হয়। যিহেতু ভোগপ্ৰসক্ত সূৰ্য্যদেৱে ক্ৰমে মীন, মেষ, বৃষ ভোগ কৰে। ধৰ্ম্ম শিক্ষা দ্বাৰা এই ভোগস্পৃহা গুচাব নোৱাৰিলে আন কোনো প্ৰকাৰে গুচাব নোৱাৰি! সকলো মানুহ ধাৰ্ম্মিক হলে জগতত কোনো অশান্তি হব নোৱাৰে। এতেকে ধৰ্ম্ম-শিক্ষা প্ৰচলন কৰিব লাগে বুলি মই কওঁ। তাকে কৰিব লাগিলে সংস্কৃত শাস্ত্ৰালোচনা সাৰ্ব্বজনীন কৰিব নোৱাৰিলেও বহুল প্ৰচাৰ কৰিব লাগে। আৰু হিন্দু ধৰ্ম্মৰ বিষয় সকলো লোকৰ সুবিধাৰ্থে দেশীয় ভাষাত গবেষণামূলক পুস্তক প্ৰণয়ন কৰি প্ৰচাৰ কৰিব লাগে। মহাত্মা গান্ধীয়ে "অস্পৃশ্যতা বৰ্জ্জন" সকলোকে কৰিব কৈছে। আৰু তেওঁ তাৰ বিৱৰণও কৰিছে যে "উচ্চ হিন্দুৰ অনাচৰণীয় জাতিবিলাকৰ ছায়া স্পৰ্শ, এক ৰাস্তাত অহা-যোৱা কৰা, এক পুখুৰী আদিত পানী খোৱা, সমাজত একেলগে বহা প্ৰভৃতি কাৰ্য্য য'ত চলিছে নাই, তাকেহে তাত উঠাই দিবৰ কথা কৈছে। এই-বোৰ লৌকিক কাৰ্য্যতহে কোনো বৈদিক ভোজন বিবাহাদি কাৰ্য্যত

কৰিব কোৱা নাই। আৰু তেওঁলোকক স্বীয় স্বীয় কাৰ্য্য কৰা বাবে ঘৃণা কৰিব বাধা দিছে। বাস্তৱিক পক্ষে উচ্চ হিন্দু বিলাকে প্ৰকৃত সাত্বিকতা ৰক্ষা কৰা নিতান্ত অসম্ভৱ হোৱাত উক্ত কাৰ্য্য-ৰাৰ চলিত কৰিব কৈছে। কিন্তু অস্পৃশ্যতা পদাৰ্থটোকে জগতৰ পৰা উঠাই দিবৰ কথা কোৱা নাই। আৰু তেওঁ নিজেও বাবে তাৰে অন্ন খাই কুৰা নাই। অন্যথা বিষ্ঠা, মুত্ৰ, ৰজস্বলা স্ত্ৰী, শৱ, অশৌচী ব্যক্তি প্ৰভৃতি দোষ দুষ্ট বস্তবোৰক স্পৃশ্য বুলিব লগা হয়। হিন্দু ধৰ্ম্মত আস্থা নোহোৱা আৰু হিন্দু শাস্ত্ৰ নেদেখা কিছুমান মানুহে কয় যে হিন্দুৰ জাতি বিভাগ থকাত স্বাধীনতা নহয় আৰু অশান্তি ঘুচুছে তেওঁলোকক সোধাতো বোধকৰো অসঙ্গত নহব। বাৰু এতিয়া আমাৰ যে স্বাধীনতা লাভ হল, জাতি বিভাগ থাকোতে কেনেকৈ হল? আৰু ইউৰোপীয ৰাজ্য বিলাকত এক জাতিৰ ভিতৰতেই যুদ্ধ বিগ্ৰহাদি কিয় হৈ থাকে? ভাৰতবৰ্ষত এক জাতি হব লাগিলে কোন জাতি হব? হিন্দু নে? মুছলমান? মুছলমানে হিন্দু কেতিয়াও নহয়। সেই নিমিত্তে তেওঁলোকে স্বতন্ত্ৰ ৰাজ্য পাকিস্থান কৰি ললে। তেনেহলে হিন্দুৱে মুছলমান হব লাগিব। সেইযে যদি অভিপ্ৰেত হয়, তেনেহলে ভাৰতবৰ্ষ নামে বেলেগ ৰাজ্য কৰি লক্ষ লক্ষ হিন্দু হত্যা কিয় হব দিলে আৰু আজিলৈকে এই উভয় জাতিৰ বিৰোধ কিয় ঘুচোৱা নাই। এক জাতি হলে যে সকলোৱে মহাপুৰুষ হব, তাৰ কোনো মানে নাই। ইংৰাজ শাসনৰ সময়ত মুছলমানৰ ভিতৰতেই মাৰামাৰি, কাটাকাটি, চুৰি, ডকাইতিৰ সংখ্যা হিন্দুতকৈ বহুত গুণে

বেছি দেখা গৈছে। ইউৰোপত কতো শান্তি সভা কৰি আহিছে, কিন্তু কোনোমতে ইটো শান্তি হোৱা নাই। বৰং বাঢ়িহে আছে। হিন্দুৰ বাহিৰে আনৰ জাতি বিভাগ নাই সঁচা, কিন্তু কাৰ্য্য বিভাগ আছে। সেই কাৰ্য্যবোৰ তেওঁলোকে কচিনতে বিশৃঙ্খল ভাবে কৰে। আমাৰ হিন্দুৰ জাতি বিভাগ আছে। আৰু সেই মতে শৃঙ্খলা ৰক্ষাৰ কাৰণে কাৰ্য্য বিভাগো আছে। শুনিব পাওঁ মুচলমানৰ একতা কৰা দেখি মানুহে আৰু খ্ৰীষ্টানৰ লড় ৰ শী। মানুহে যাৰে তাৰে অন্ন নাখাব আৰু যঁতে তঁতে বোলে নিন্দা নকৰা। এতিয়া আমাৰ সেই পুৰণি প্ৰথা এৰাৰ পৰা নানা প্ৰকাৰ অশান্তিয়ে হোৱা দেখা যায়। পূৰ্ব্বে কৈ অহা শৃঙ্খলা ৰচাবলৈ সকলো জাতিয়ে শাস্ত্ৰোক্ত নিয়মে ধৰ্ম্ম, অৰ্থ, কাম পাবলৈ চেষ্টা কৰিলে সকলো অশান্তি বিদুৰিত হব। আৰু আগৰ দৰে শান্তি বিৰাজ কৰিব স্বজাতীয় কৰ্ম্ম কৰিলে পৰমেশ্বৰ সন্তুষ্ট হয় আৰু সেয়ে হলে জন্ম ধৰাৰ সাৰ্থক্য হয়। এই কথাকে গীতাত লিখিছে যে—

স্বে স্বে কৰ্ম্মণ্যভিৰতঃ সংসিদ্ধিং লভতে নৰঃ।

ঈশ্বৰাদিষ্ট নিজ জাতীয় কৰ্ম্মত আসক্তি থকা মানুহে সিদ্ধি অৰ্থাৎ মুক্তি লাভ কৰে। আৰু তাতেই লিখিছে যে—

স্বকৰ্ম্মণা তমভ্যৰ্চ্চ্য সিদ্ধিং প্ৰাপ্নোতি মানবা।

অৰ্থাৎ নিজ জাতীয় কৰ্ম্মদ্বাৰা পৰমেশ্বৰক পূজা কৰি মানুহে মুক্তি লাভ কৰে। তেনেহলে মানুহে কৰ্ম্মৰ ভাল বেয়া বিবেচনা কৰিবৰ একো কাৰণ নাই। স্বজাতীয় কৰ্ম্মই ভাল আৰু বিজাতীয় কৰ্ম্মই বেয়া। সেই কথাকে গীতাত লিখিছে যে—

কৰিব বুলি অনভিজ্ঞ লোকক বৰ ভয় কৰে। বৈষ্ণৱ সম্প্ৰদায়ৰ সৰ্ব্বো-ত্তম শাস্ত্ৰ নামঘোষাত শ্ৰীমন্ত মাধৱ দেৱে —

শ্ৰুতিস্মৃতী মমৈবাজ্ঞে যস্তু উল্লঙ্ঘ্য প্ৰবৰ্ত্ততে।
আজ্ঞাচ্ছেদী মমদ্বেষী মদ্ভক্তোঽপি বৈষ্ণৱঃ॥

এই শ্লোকৰ অনুবাদ কৰি লিখিছে যে—" মাধৱে বোলন্ত শ্ৰুতি স্মৃতি মোৰ আজ্ঞা বাণী জানা নিষ্ঠ, যিটো জনে তাক উলঙ্ঘিয়া প্ৰবৰ্ত্তয়। ভৈল সিটো মোৰ আজ্ঞাচ্ছেদী, মোৰ দ্বেষ কৰিলেক আতি মোৰ ভক্ত হন্ত বৈষ্ণৱ সিটো নহয়। আৰু ভাগৱতোক্ত —

হৰেৰ্নাম ধ্বজীকৃত্য ত্যক্ত্বা বৈ বেদপদ্ধতিম্।
শিশ্নোদৰপৰোভ্ৰষ্টঃ স ইহামুত্ৰ নংক্ষ্যতি॥

এই শ্লোকৰ অনুবাদ কৰি লিখিছে যে– " হৰি নাম ধ্বজা কৰি, বেদ পথ পৰি হৰি, ফুৰে অতি পাষণ্ডসকল। ইহ পৰলোক ভ্ৰষ্ট, হুয়া পেট পুৰি মাত্ৰ, ফুৰিবেক পৰম নিষ্ফল।" আৰু তাতেই লিখিছে যে—

" শাস্ত্ৰমত এৰি যি কথা কহয়, কেৱল পাষণ্ড নয়।
আছোক কৃষ্ণক পাইবে কদাচিৎ, ঘুচিছে সংসাৰ ভয়॥
অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ জানি বা হা হৈবেক নিশ্চয়।
পৰম বিৰক্ত যিটো, কৃষ্ণৰ ভকত ভৈল, তাৰ একো নাহিক নিৰ্ণয়॥
তাবৎ কৃষ্ণৰ ভক্তনৰে, ভক্তি অবিৰোধি কৰ্ম্ম কৰে, কৃষ্ণৰ কথাত ৰতি যেবে নোপজয়।
যেবে ভৈল কৃষ্ণ কথাৰত, নিত্য নৈমিত্তিক আদি যত, কথাৰ বিৰোধী জানিবা সদায়॥

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে কীৰ্ত্তন ঘোষাত লিখিছে যে—

"ব্যাস নামে ভৈলা সত্যবতীৰ সন্ততি।
দেখিলাহা প্ৰজা ভৈল অতি অল্পমতি॥
কৰিলা অনেক শাখা চাৰিযো বেদৰ।
পুৰাণ ভাৰত শাস্ত্ৰ নিৰ্ম্মিলা বিস্তৰ॥"

ইয়াৰ দ্বাৰা স্মৃতি পুৰাণ যে বেদৰ অনুবাদ এইটো জানা যায়। তেওঁয়ে তাতেই লিখিছে যে—

"সদায় এৰিলে আচাৰ ধৰ্ম্ম ন ভৈল যাৰ কিছু জাত কৰ্ম্ম।
শত বুদ্ধি যিটো জগৎ বঞ্চে, দম্ভ অহঙ্কাৰ সদা নুগুছে।
সুৰাপায়ী চাটুকাৰ চাণ্ডাল, নিষ্ঠুৰ বাক্য বোলে সৰ্ব্বকাল।
পুত্ৰ দাৰা ধন আছে যে ৰতি, সবাবো অধম ই মন্দমতি॥"

উক্ত মহাপুৰুষদ্বয়ৰ ৰচিত গ্ৰন্থদ্বয়েৰেও যিবিলাকে স্মৃতি আৰু পুৰাণ শাস্ত্ৰ ঋষি-মুনিবিলাকে নিজৰ অভিৰুচি মতে লিখা বুলি কয় আৰু যিবিলাকে শ্ৰাদ্ধাদি সকলো নকৰি কেৱল হৰি-নাম কৰিলে হয় বুলি কয়, যিবিলাকে ব্ৰাহ্মণাদি বৰ্ণত্ৰয়ৰ বিধবা বিবাহ প্ৰচলন কৰিব লাগে বুলি কয় আৰু যিবিলাকে সুবিধা মতে অশৌচ পালনাদি কাৰ্য্য কৰিব খোজে, সিবিলাকৰ মত খণ্ডন কৰা হল।

॥ ইত্যাচাৰবিজ্ঞানে বৈশ্বদেৱ বলি গোগ্ৰাস দান প্ৰকৰণম্॥

ইয়ায় পিচত ভোজন কৰিবৰ কথা বিষ্ণুপুৰাণত কৈছে যে—

স কেৱলমঘং ভুঙ্ক্তে যোভুঙ্ক্তে হ্যতিথিং বিনা।
অঘং স কেৱলং ভুঙ্ক্তে যঃ পচত্যাত্মকাৰণাৎ॥

ইন্দ্ৰিয় প্ৰীতিজননং বৃথাপাকং বিবৰ্জ্জয়েৎ।
তথা সুবাসিনী ৰোগী গৰ্ভিণী বৃদ্ধবালকান্॥
ভোজয়েঃ সংস্কৃতান্নেন প্ৰথমং চৰমং গৃহী॥

অতিথিক নুখুৱাকৈ যোনে খাই, সি কেবল পাপ ভক্ষণ কৰে আৰু যোনে নিজে খাবৰ নিমিত্তে পাক কৰে সিয়ো পাপ ভক্ষণ কৰে। কেবল নিজৰ ইন্দ্ৰিয় প্ৰীতিৰ কাৰণে বৃথা পাক বৰ্জ্জন কৰিব। সংস্কৃত অন্নেৰে অৰ্থাৎ দেৱতাক দিয়া পিত্ৰাদিৰ উদ্দেশ্যে ৰন্ধা অন্নৰ অৱশিষ্ট অন্নেৰে নব বিবাহিতা, ৰোগী, গৰ্ভিণী বালক, বৃদ্ধ এই সকলোক প্ৰথমে খুৱাইহে শেষত গৃহস্থে খাব। ইয়াৰ তাৎপৰ্য্যাৰ্থ এই যে নিজে খোৱাৰ পিচত ৰোগী প্ৰভৃতিক খুৱালে যে তেওঁলোকৰ কিমান কষ্ট হয়, তাক সহজে বুজিব পাৰি আৰু লিখিছে যে—

প্ৰশস্তৰত্নপাণিস্তু ভুঞ্জীত প্ৰযতো গৃহী।
অন্নং প্ৰশস্তং পথ্যঞ্চ প্ৰোক্ষিতং প্ৰোক্ষণোদকৈঃ॥
ন কুৎসিতাহৃতং নৈব জুগুপ্সাবদসংস্কৃতম্॥

প্ৰশস্ত ৰত্ন (স্বৰ্ণাদিৰ আঙুঠি) হাতত পিন্ধি ভোজন কৰিব। কাৰণ স্বৰ্ণাদিৰ পানীয়ে বহুত ৰোগ-বীজ নাশ কৰে, সেই নিমিত্তে তাৰ পানীৰে গায়ত্ৰী পাঠ কৰি অন্ন প্ৰক্ষালন কৰিব কৈছে। নিন্দনীয় মানুহে দিয়া, নিন্দনীয় আৰু গায়ত্ৰী দ্বাৰা প্ৰোক্ষণ নকৰা অন্ন নাখাব। দেহৰ হিত সাধক অন্নহে খাব। ইয়াত নিন্দনীয় মানুহ হৈছে— ৰোগী, পাপী, অনাচাৰী, ভেক্তৰ সম্পৰ্ক

নথকা অৰ্থাৎ অসম্বন্ধী স্বজাতীয় লোক আৰু বিজাতীয় লোক প্ৰভৃতি আৰু কৈছে যে—

তস্মাদ্বাগ্‌যা মলং ভুংক্তে অকপীপূযশোণিতম্।
আহুত্বাচ ক্রিমিং ভুংক্তে অদত্বা বিষভোজনম্॥
অসংস্কৃতান্নভুক্ মূত্ৰং বালাদীন্ প্ৰথমংশকৃৎ॥

গা নোধোৱাকৈ খালে বিষ্ঠা খোৱাৰ দৰে হয়। গায়ত্ৰী দ্বাৰা অভ্যুক্ষণ নকৰাকৈ খালে তেজ-পুয খোৱাৰ দৰে হয়। বলি-বৈশ্বদেৱ হোম নকৰাকৈ খালে ক্রিমি ভক্ষণ কৰাৰ দৰে হয়। অতিথিক নিদিয়াকৈ খালে বিষ খোৱাৰ দৰে হয়। দেৱতাদিক নিদিয়াকৈ খালে মুত্ৰ খোৱাৰ দৰে হয় আৰু পূৰ্ব্বোক্ত বালাকাদিক নুখুৱাকৈ খালে বিষ্ঠা খোৱাৰ দৰে হয় গীতাত লিখিছে যে—

সহযজ্ঞাঃ প্ৰজাঃ সৃষ্ট্বা পুৰোবাচ প্ৰজাপতিঃ।
অনেন প্ৰসবিষ্যধ্বং এষবোঽস্ত্বিষ্টকামধুক্।
দেবান্‌ভাবয়তানেন তেদেবা ভাবয়ন্তুবঃ।
পৰস্পৰং ভাবয়ন্তঃ শ্ৰেয়ঃ পৰমবাপ্স্যথ॥
ইষ্টান্ ভোগান্‌হিদেবা দাস্যন্তে যজ্ঞভাবিতাঃ।
তৈৰ্দ্দত্তানপ্ৰদায়ৈভ্যো যোভুংক্তে স্তেনএবসঃ॥

এই বিশ্ব ব্ৰহ্মাণ্ড সৃষ্টি কৰ্ত্তাই যজ্ঞৰ (দেৱতাৰ পূজাৰ) সহিত প্ৰজা সৃষ্টি কৰি কৈছিল যে এই যজ্ঞৰদ্বাৰা তোমালোকে উত্তৰোত্তৰ বৰ্দ্ধিত হবা। এই যজ্ঞই তোমালোকৰ মনোবাঞ্ছা পূৰ্ণ কৰিব। তোমালোকে এই যজ্ঞেৰে ঘৃতাদি হোমেৰে দেৱতাবিলাকক পোষণ কৰা আৰু দেৱতাবিলাকেও তোমালোকক বৃষ্ট্যাদিৰে পোষণ

কৰিব। এই ৰূপে পৰস্পৰে পৰস্পৰৰ পৰিপোষণ দ্বাৰা পৰম মঙ্গল সাধন কৰা। যিহেতু দেৱতাগণে তোমালোকক বাঞ্ছিত ভোগত বস্তু প্ৰদান কৰে, সেই হেতু তেওঁলোকে দিয়া বস্তু তেওঁলোকক নিদি খালে তোমালোক চোৰ হবা।

ভোজনৰ পুৰ্ব্বে আৱশ্যকতাৰ কথা স্নান প্ৰকৰণত বিশেষকৈ লিখা আছে। সাধাৰণতে এইখিনি কলেই হব যে গা আৰু কাপোৰত বহুত ৰোগৰ বীজাণু থাকিব পাৰে, তাক গুছাবলৈ আৰু বায়ু পিত্তৰ প্ৰকোপ গুছাবলৈ স্নান বিধান কৰিছে। নিন্দনীয় মানুহে ৰন্ধা বা চোৱা বা দেখা অন্ন খাবৰ নিষেধ কৰাৰ আৰু মন ও শৰীৰৰ অহিতকৰ অন্ন খাবৰ নিষেধ কৰাৰ উদ্দেশ্য এই যে অন্নৰ পৰা ৰস, তেজ, মাংস, মেদ, স্নায়ু, অস্থি, মজ্জা, শুক্ৰ ক্ৰমে ক্ৰমে হয়। ভক্ষ্য বস্তুৰ যি গুণ, তাৰ কাৰ্য্য ৰসাদিৰো সেইয়ে গুণ হয়। স্মৃতিত লিখিছে যে—

চাণ্ডালেন শুণাবাপি দৃষ্টং হবিৰবজ্জীয়ম্॥

চাণ্ডাল (তমোগুণ বহুল জাতিৰ মানুহে) আৰু কুকুৰাদিয়ে দেখা অন্ন যজ্ঞৰ অনৰ্হ হয়। ইয়াৰ কাৰণ এই যে মানুহৰ তেজ আৰু বস্তুৰ তেজ লগ লাগিলে বস্তুৰ তেজো মানুহাদিৰ দৰে হয়। এই কথা বহলাই তিলক প্ৰকৰণত কোৱা হৈছে। সেই নিমিত্তে ঋষিবিলাকে খোৱা বিষয়ত হিন্দুক ইমান সাৱধান হব দিছে। ই ঘৃণাসুচক নহয়, স্বাস্থ্যৰক্ষা কৰাহে হয়। অভক্ষ্য ভক্ষণৰ প্ৰায়শ্চিত্তৰ কথা ভাবি চালে এই কথা স্পষ্টতঃ বুজা যায়। বৰ দুঃখৰ বিষয় আজিকালি কিছুমান নব্য শিক্ষিত হিন্দুয়ে

যাৰে-ভাৰে যত্তে-তত্তে যেই সেই অন্ন খাই স্বাস্থ্যহীন হৈ অকালতে ইহলীলা সম্বৰণ কৰিবলগীয়া হয় আৰু ৰোগ সংক্ৰমণৰ বাট উলিয়াই দিযে। ছন্দোগ পৰিশিষ্টত সাধাৰণতে ভোজনৰ কাল নিৰূপণ কৰিছে যে—

মুনিভিৰ্দ্বিৰসনং প্ৰোক্তং বিপ্ৰাণাং মৰ্ত্ত্যবাসিনাং নিত্যম্।
অহনিচতথা তমস্বিন্যাং সাৰ্দ্ধ প্ৰহৰযামান্তঃ॥

সূৰ্য্যোদয় আৰু সূৰ্য্যাস্ত মুহূৰ্ত্তক বাদ দি দিনত মাত্ৰতে এবাৰ ৰাতি দেড় প্ৰহৰৰ ভিতৰত এবাৰ মানুহে অন্ন খাব। আয়ুৰ্ব্বেদত লিখিছে যে—

যামমধ্যে ৰসোনস্তি্ছেৎ ত্ৰিযামেতু ৰসক্ষয়ঃ॥

প্ৰথম প্ৰহৰত ৰাতি খোৱা বস্তুৰ ৰস ক্ষয় নহয়। দ্বিতীয় প্ৰহৰ গত হলেহে সম্পুৰ্ণ ৰকমে ৰস ক্ষয় অৰ্থাৎ ৰস পৰিপাক হয়। এই কাৰণে দক্ষে পঞ্চম যামাৰ্দ্ধত অৰ্থাৎ তৃতীয় প্ৰহৰত খাবৰ কথা কৈছে। গৰুড় পুৰাণত লিখিছে যে—

অশ্নীয়াত্তন্মনা ভুত্বা পূৰ্ব্বন্তু মধুৰং ৰসম্।
লৱণাম্লৌ তথা মধ্যে কটুতিক্তাদিকস্তথা॥
প্ৰাগ্ৰবং পুৰুষোঽশ্নীয়াৎ মধ্যে তু কঠিনাশনঃ।
পুনৰন্তে দ্ৰবাশ্নী তু বলাৰোগ্যে ন মুঞ্চতি॥

অনন্যচিত্তে আনন্দমনে প্ৰথমে পিত্তনাশাসাৰ্থে মিষ্ট ৰস খাব। মাজত লৱণ, অম্ল, জলা, তিতা আদি ৰস খাব। শেষত মিষ্ট ৰস খাব। আৰু প্ৰথমতে পানীয়া বস্তু (সহজ পথ্য) মাজত কঠিন (গুৰুপাকী বস্তু) আৰু অন্তত পানীয়া বস্তু খাব। সেই কাৰণে

মুনিসকলে প্ৰথমতে অমৃতোপস্তৰণ আৰু শেষত অমৃতপিধান কৰিবলৈ কৈছে। অৰ্থাৎ ভোজনৰ আদি আৰু অন্তত পানী খাবৰ কথা কৈছে। ইয়াৰ তাৎপৰ্য্য এই প্ৰথমে পানী খালে কুপিত পিত্ত প্ৰশমিত হৈ উদ্দীপ্ত হয়। আৰু কঠিন বস্তু খাওঁতে পুনি পিত্ত প্ৰজ্বলিত হোৱাৰ পিচত শেষত পানীৰে প্ৰশমিত কৰিবলৈ কৈছে। আপস্তম্ব মুনিয়ে কৈছে যে—

দিবা পুনৰ্ন ভূঞ্জীত অন্যত্ৰ ফলমূলেভ্যঃ।

দিনত অন্ন ভোজনৰ পিচত ফল-মূল ভিন্ন অন্ন পুনৰাব নাখাব। ইয়াৰ উদ্দেশ্য এই যে পূৰ্ব্ব ভক্ষিত অন্ন পৰিপাক নোহোৱাতে অন্ন খালে অগ্নিমান্দ্য হব পাৰে। যদি কাৰো ক্ষুধা হয়, তেও লঘু-পাকী ফল-মূল ভোজন কৰিব। মনুই কৈছে যে —

নাতিপ্ৰগে নাতিসায়ং ন সায়ং প্ৰাতৰাশিতঃ।

সূৰ্য্যোদয়ৰ পিচত আৰু সূৰ্য্যাস্তৰ আগেয়ে এক মুহূৰ্ত্ত কালত নাখাব। আৰু দিনৰ ভোজন দ্বাৰা তৃপ্ত থাকিলে অৰ্থাৎ ভোক নালাগিলে ৰাতি অন্ন নাখাব। ইয়াৰ তাৎপৰ্য্যও একেই। দুঃখৰ বিষয় আজি কালি কিছুমান নব্য শিক্ষিতক আৰু চহৰ বাসীক দেখিলে গাওঁৰ মানুহবিলাকৰো সূৰ্য্যোদয়ৰ আগতে হওক বা পিচতে হওক চাহ, ৰুটি, পিঠা, সান্দাহ প্ৰভৃতি নাখালেই নোহোৱাত পৰিছে। এই গ্ৰীষ্ম প্ৰধান দেশত পিত্ত প্ৰধান মানুহৰ পিত্ত বৰ্দ্ধক পূৰ্ব্বোক্ত চাহাদি ভক্ষণৰ পৰা স্বাস্থ্য ভঙ্গ হৈ নানা প্ৰকাৰ দুৰাৰোগ্য ৰোগৰ হাতৰ পৰা সাৰিব নোৱাৰা হৈছে। এটা নে এটা অসুখ লাগিয়েই থকা দেখা যায়। আৰু প্ৰায়ঃ মানুহৰেই শৰীৰ ক্ষীণ, হজম শক্তি

গ্লানি, ৰৌদ্ৰ, বৃষ্টি, পৰিশ্ৰমৰ অযোগ্যতা, অলপ কথাতে খঙতে অগ্নি-শৰ্ম্মা হোৱা আৰু তাৰ ফলত মাৰা মাৰি কাটা-কাটি, দন্ধ হাই-কাজিয়া ইত্যাদিত পৰিছে। আহাৰৰ পৰা যে মানুহৰ শৰীৰ, ইন্দ্ৰিয়, মনৰ উৎকৰ্ষ, বল, মেধা, সহিষ্ণুতা, দয়া, দাক্ষিণ্য, সন্তোষ, প্ৰীতি প্ৰভৃতি উদাৰ ধৰ্ম্ম জন্মে ইয়াক নকলেও সহজে বুজিব পাৰে। ইয়াৰ উদাহৰণ স্বৰূপে মানুহ গৰু, ছাগল, বাঘ, ভালুক প্ৰভৃতি জন্তুৰ আহাৰ আৰু স্বভাৱ পৰ্য্যালোচনা কৰিলে সহজে নিশ্চয় বুজিব। তেনেহলে সকলোৱে আহাৰৰ খালে সৰ্ব্বতো ভাৱে বিবেচনা কৰা উচিত নহয় নে? সেই নিমিত্তে মনুৱে কৈছে যে—

আলস্যাদন্নদোষাচ্চ মৃত্যুৰ্ব্বিপ্ৰান্ জিঘাংসতি।

দৈনন্দিন কৰ্ত্তব্য সন্ধ্যোপাসনাদি কৰ্ম্ম নকৰা বাবে আৰু অন্ন দোষৰ পৰা অৰ্থাৎ শাস্ত্ৰ নিষিদ্ধ অন্ন খোৱাৰ পৰা যমে মানুহক হিংসা কৰে। অন্নদোষ ত্ৰিবিধ। যথা আয়ুৰ্ব্বেদোক্ত নিষিদ্ধ অন্ন ভক্ষণৰ পৰা ৰোগ জন্মে। স্মৃত্যাদিত নিষেধ কৰা অন্ন ভোজনৰ পৰা পাপ আৰু ৰোগৰ উৎপত্তি হয়। আৰু বালকাদিক প্ৰথমে নুখুৱাই খালে পাপ আৰু বালকাদিৰ অসুখ জন্মে। ভবিষ্যোত্তৰত লিখিছে যে—

স্নাতুস্তু বৰুণস্তেজোজুহ্বতোঽগ্নিঃ শ্ৰিয়ং হৰেৎ।
ভুঞ্জানস্য যমস্ত্বায়ুঃ তস্মান্ন ব্যাহৰেৎ ত্ৰিষু॥

স্নান কৰোঁতে কথা কলে বৰুণে তেজ হৰণ কৰে। হোম কৰোঁতে কথা কলে অগ্নিয়ে শ্ৰী হৰণ কৰে। আৰু খাওঁতে কথা কলে যমে আয়ু হৰণ কৰে। সেই কাৰণে এই সময়ত কথা নকব।

ইযাৰ তাৎপৰ্য্য এই যে স্নান কৰোঁতে অন্যমনস্ক হলে নত্মাদিত নানা প্ৰকাৰ অনিষ্ট হব পাৰে। হোম কৰোঁতে কথা কলে দেৱতা চিন্তাৰ ব্যাঘাত হয়। আৰু খোৱাৰ সময়ত কথাকোৱা মানুহৰ বা শুনা মানুহৰ হাঁহি উঠাত নাকৰ নাজত অন্ন সুমোৱা দেখা যায়। কূৰ্ম্ম পুৰাণত লিখিছে যে—

অন্নং দৃষ্ট্বা প্ৰণম্যাদৌ প্ৰাঞ্জলিঃ প্ৰাৰ্থয়েত্ততঃ।
অস্মাকং নিত্যমস্ত্বেতদিতি ভক্ত্যাথ বন্দয়েৎ ॥

অন্ন দেখি প্ৰথমে প্ৰণাম কৰি হাতযোড কৰি আমাৰ অন্ন সদায় মিলোক বুলি প্ৰাৰ্থনা কৰি সেৱা কৰিব। বিষ্ণুপুৰাণত লিখিছে যে—

নাগঃ কূৰ্ম্মশ্চ কৃকৰঃ দেৱদত্তোধনঞ্জয়ঃ।
বহিঃস্থা বায়ৱঃ পঞ্চ তেষাং ভূমৌ প্ৰদীয়তে ॥
অদত্বা বাহ্যবায়ুভ্যঃ প্ৰাণাদিভ্যোন হোময়েৎ ॥

নাগাদি পঞ্চ উপপ্ৰাণ বায়ুক ভূমিত অন্ন দিহে অমৃতোপস্তৰণ কৰি প্ৰাণাদি পঞ্চ বায়ুৰ হোম জঠৰাগ্নিত কৰিব। সমস্ত অন্ন গায়ত্ৰীদ্বাৰা অভ্যুক্ষণ কৰি ইষ্ট দেৱতাক নিবেদন কৰিব বুলি গীতাত কৈছে যে -

ইষ্টান্ ভোগান্হি দেবাদাস্যন্তে যজ্ঞ ভাবিতাঃ।
তৈৰ্দ্দত্তানপ্ৰদায়ৈভ্যো যো ভুংক্তেস্তেনএবসঃ ॥

তোমালোকে কৰা পূজাদিৰ দ্বাৰা সন্তুষ্ট হৈ দেৱতাবিলাকে বৃষ্ট্যাদি দ্বাৰা অন্ন তোমালোকক দিব। তোমালোকে দেৱতাই দিয়া

অন্ন দেৱতাক নিবেদন নকৰাকৈ খালে চুৰি কৰা দোষে তোমা-লোকক হব। পাঠক! ভোজনতো ঈশ্বৰক ভাবিবৰ কথা আৰু ভক্ষণ বস্তু ঈশ্বৰক অৰ্পণ কৰিবৰ কথা কোন ধৰ্ম্মত আছে? কোন ধৰ্ম্মত বা এনেকুৱা কৰা প্ৰথা প্ৰচলিত আছে? হিন্দুৰ সমস্ত কাৰ্য্যতে ঈশ্বৰোপাসনা বিৰাজমান আছে। অন্যৰ কথা কি কম স্ত্ৰীসহবাসতো "শ্ৰীধৰং প্ৰিয়সঙ্গমে" ইয়াৰ দ্বাৰা শ্ৰীধৰক স্মৰণ কৰিব কৈছে। দেখনে কৈছে যে

ন ভুঞ্জীতামৃতং নিত্যং গৃহস্থো ভোজনদ্বয়ম্।
পবিত্ৰমগ্ৰ্যমুৎপন্নং সৰ্পিৰাজ্যমঘাপহম্॥

গৃহস্থজনে দুয়ো সন্ধ্যাত নহলেযো অন্ততঃ এক সন্ধ্যাত ঘিউ খাব। কাৰণ ঘিউ হৃষ্ট ও পাপনাশক। ঘিউৰ উপকাৰৰ কথা পূৰ্ব্বে কোৱা হৈছে। দুঃখৰ বিষয় গো জাতিৰ অবনতিত আজিকালি প্ৰকৃত গৰা ঘিউ নোপোৱা হৈছে। আজিকালি সাধাৰণ মানুহে মাহেকত এতোলাও ঘিউ খাইনে নাখাই সন্দেহ। ঋতু আৰু বস্তুৰ গুণানুসাৰে আয়ুৰ্ব্বেদত ঋতুভেদে ভিন্ন ভিন্ন বস্তু সেবন কৰিবৰ কথা কৈছে। বাহুল্য ভয়ত সেইসকল উদ্ধৃত কৰা নহল। আয়ুৰ্ব্বেদত সংক্ষেপতে ইয়াকে কৈছে যে—

তচ্চ নিত্যং প্ৰযুঞ্জীত স্বাস্থ্যং যেন প্ৰবৰ্ত্ততে।
অজাতানাং বিকাৰাণামনুৎপত্তি কৰঞ্চযৎ॥

ব্যায়ামাদতিতপণাদতিৰাৎ ভঙ্গাৎ ক্ষয়াজ্জাগৰাৎ
বেগানাঞ্চ বিধাৰণাদতিশুচঃ শৈত্যাদতিত্ৰাসতঃ॥

যি বস্তু ব্যৱহাৰ কৰিলে স্বাস্থ্য হয় আৰু অস্বাস্থ্যৰ উৎপত্তি নহয়, সেই বস্তু সদায় ব্যৱহাৰ কৰিব। অতিশয় পৰিশ্ৰম, অতিশয় ভোজন, অতিশয় পৰাজয়, অতিশয় অঙ্গ ভঙ্গ, অতিশয় বীৰ্য্য ক্ষয়, অতিশয় জাগৰণ, মল মুত্ৰাদিৰ অতিশয় বেগ ধাৰণ, অতিশয় শোক, অতিশয় ঠাণ্ডা লগা, অতিশয় ভয় ইত্যাদিয়ে স্বাস্থ্য হানি কৰে। স্মৃতিৰ নিষিদ্ধ প্ৰতিপদাদি তিথিত কুষ্মাণ্ডাদি ভক্ষণ নিষেধ কৰাৰ কাৰণ এই, সেই সেই তিথ্যাদিত চন্দ্ৰ ৰশ্মিৰ পৰা সেই সকলো বস্তুত অনিষ্টকৰ কীটাণু জন্মে। একাদশ্যাদিত ভোজন নিষেধ কৰাৰ কাৰণ এই যে, বৃহদ্ব্ৰহ্মাণ্ডৰ দৰে দেহৰূপ এই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডতো একাদশ্যাদিত জলৰ ভাগ বেছি হয়, সেই কাৰণে সেই দিনা শৰীৰটোক ৰসহীন কৰিব কৈছে আৰু অমাবস্যা, পূৰ্ণিমাৰ ৰাত্ৰিতো নাখাই শৰীৰটোক শুষ্ক কৰিব কৈছে। অন্যথা পানী লগা প্ৰভৃতি ৰোগৰ সম্ভাবনা। ইন্দ্ৰিয়বোৰ নিস্তেজ হোৱা অৱস্থাত বিশেষকৈ ঈশ্বৰ আৰাধনা কৰিব কৈছে। যজ্ঞাদিৰ আৰু শ্ৰাদ্ধাদিৰ আগদিনা ইন্দ্ৰিয় সংযমনৰ ব্যৱস্থা কৰিছে। ভোজনান্তত বিষ্ণুপুৰাণত লিখিছে যে—

ভুক্ত্বা সম্যগথচাম্য প্ৰাঙ্মুখোদঙ্মুখোঽপিবা।
যথাবৎ পুনৰাচামেৎ পাণি প্ৰক্ষাল্যমূলতঃ॥
স্বস্থঃ প্ৰশান্তশীলস্তু কৃতাসন পৰিগ্ৰহঃ।
অভীষ্ট দেৱতানাঞ্চ কুৰ্ব্বীত স্মৰণং নৰঃ॥

খাই উঠি মুখ প্ৰক্ষালন কৰি যথা বিধানে আচমন কৰি হাত তুখন ধুই পূৰ্ব্ব মুখে বহি আনন্দচিত্তে নিজ ইষ্ট দেৱতাক স্মৰণ কৰিব। আৰু তাতেই লিখিছে যে—

আচান্তোঽপ্যশুচিস্তাবৎ যাবৎ পাত্রমনুদ্ধৃতম্।
উদ্ধৃতেঽপ্যশুচিস্তাবৎ যাবন্মহীন লিপ্যতে ॥

মুখ ধুলেও শুচি নহব, যেতিয়ালৈকে তাৰ পৰা ভোজন-পাত্র নিনিয়ে আৰু নিলেও যেতিয়ালৈকে গোবৰ মাটিৰে সেই ঠাই ডোখৰ নোমোচে, তেতিয়ালৈকে শুদ্ধ নহব। ইয়াৰ উদ্দেশ্য মাখি প্রভৃতি তাৰ পৰা অন্য স্থানলৈ তাৰ বীজ নিব নোৱাৰা আৰু অন্য স্থানৰ পৰা তাত পৰি বীজ স্থাপন কৰিব নোৱাৰা। মাৰ্কণ্ডেয় পুৰাণত লিখিছে যে -

ভূয়োঽপ্যাচম্য কৰ্ত্তব্যং ততস্তাম্বূলভোজনম্।

আচমন কৰি উঠি তামোল খাব। তামোল ক্রিমি নাশক। পান কফ নাশক, ক্রিমি নাশক আৰু অগ্নি বৰ্দ্ধক। চূণ পিত্ত, ক্রিমি নাশক আৰু অগ্নিবৰ্দ্ধক। সেই নিমিত্তে ভোজনান্তত তামোল পান খাব কৈছে। বশিষ্ঠে কৈছে যে—

সুপূগঞ্চ সুপর্ণঞ্চ সুচূর্ণেন সমন্বিতম্।
অদত্বা দ্বিজ দেবেভ্যস্তাম্বূলং বর্জয়েদ্বুধঃ ॥
পর্ণমূলে ভবেদ্ব্যাধিঃ পর্ণাগ্রে পাপ সম্ভবঃ।
জীর্ণপর্ণং হৰেদায়ুঃ শিৰা বুদ্ধিবিনাশিনী ॥

ভাল তামোল, ভাল পান আৰু ভাল চূণ খাব। কিন্তু খোৱাৰ আগেয়ে তামোল দেৱতাক বা ব্রাহ্মণক দিহে খাব। পানৰ মূল (ঠাড়া) খালে ৰোগ হয়। পানৰ আগ খালে পাপ হয়। পকা পান বা শুকান পান খালে আয়ুঃ ক্ষয় হয় আৰু শিৰা খালে বুদ্ধি নাশ হয়। এতিকে পানৰ সেই ২ অংশ ত্যাগ কৰিব।

এই প্ৰথা সকলো দেশতে আছে; কিন্তু সকলো দেশতে পানৰ শিৰা পেলোৱা চলিত নাই। তাকে কৰিব লাগে। তাম্বোল, পান, চূণ এই তিনি বিধ লগ লাগিলে ৰজোগুণ বাঢ়ে, সেই কাৰণে তাম্বূল ভক্ষণ ব্ৰহ্মচাৰী প্ৰভৃতি নিৰামিশী মানুহৰ পক্ষে নিষিদ্ধ ॥

॥ ইত্যাচাৰ বিজ্ঞানে ভোজন প্ৰকৰণম্ ॥

॥ ইত্যাচাৰ বিজ্ঞানে পঞ্চম যামাৰ্দ্ধ কৃত্যম্ ॥

ইয়াৰ পিচত দক্ষে কৈছে যে—

ইতিহাস পুৰাণাদ্যৈঃ ষষ্ঠঞ্চ সপ্তমং নয়েৎ ।
অষ্টমে লোকযাত্ৰা তু বহিঃসন্ধ্যা ততঃ পৰম্ ॥

ইতিহাস অৰ্থাৎ মহাভাৰত, ৰামায়ণ, প্ৰভৃতি প্ৰাচীন মহাপুৰুষ বিলাকৰ চৰিত্ৰ বৰ্ণনা কৰা গ্ৰন্থ আৰু মহৰ্ষি বেদব্যাস প্ৰণীত জ্ঞান, বিজ্ঞান সকলো জ্ঞাতব্য বিষয় থকা অষ্টাদশ পুৰাণ আৰু উপ-পুৰাণ শাস্ত্ৰবিলাকৰ আলোচনা কৰি ষষ্ঠ আৰু সপ্তম যামাৰ্দ্ধকাল ক্ষেপন কৰিব। অষ্টম যামাৰ্দ্ধত লোক যাত্ৰা অৰ্থাৎ ইষ্ট মিত্ৰৰ খবৰ বাৰ্ত্তা লব। তাত পিচত সায়ং সন্ধ্যা কৰিব। পুৰ্ব্বোক্ত শাস্ত্ৰসকল আলোচনা কৰিলে মানুহৰ মন সদায় পাপলৈ ভয় কৰা হয়, আৰু দয়া দাক্ষিণ্যাদি সৎগুণাবলী পাবৰ ইচ্ছা হয়, ঈশ্বৰত ভক্তি জন্মে। ইংৰাজ আৰু মুছলমান ৰজাৰ পুৰ্ব্ববৰ্ত্তী কালত সংস্কৃতজ্ঞ মানুহবিলাকে দুপৰীয়া খাই বৈ উঠি মহাভাৰত, ৰামায়ণ, ভাগৱত, গীতা প্ৰভৃতি ধৰ্ম্ম শাস্ত্ৰ পঢ়িছিল। আৰু সংস্কৃত নজনা মানুহবিলাকে সেই সকল শুনিবলৈ তালৈ গৈছিল। কিছুমান সেই সকল পুস্তকৰ অনুবাদ

পৰিছিল। সেই কাৰণে তেতিয়া মানুহ ধাৰ্ম্মিক আৰু সৎ আছিল। আজি কালি সেই নিয়ম কি শিক্ষিত, কি অশিক্ষিত সকলো মানুহৰে নাহোবা হৈছে। এতিয়া নভেল নাটক প্ৰভৃতি কুৰুচিব্যঞ্জক পুথি পঢ়াহে নিয়ম চলিছে। এতিয়া সিমানেই নব্য সভ্যতাৰ বৃদ্ধি ক্ৰমাৎ চলিছে সিমানেই ততো অশান্তিৰ বাহুল্য হব ধৰিছে। মানুহে ৰাতি টোপনী যাব নোৱাৰাত পৰিছে সিমানেই বিচাৰক নিযুক্ত হৈছে, সিমানেই মোকদ্দমাৰ সংখ্যাধিক্য দেখা গৈছে। মুঠতে হব লাগিছে এতিয়াৰ মানুহবোৰ পাশ্চাত্য সভ্যতাক আদৰ্শ কৰি কেৱল ভোগাসক্ত হোৱাত শান্তিৰ পথাৰ পৰা সন্নাসিতহে শান্তিৰ কণামাত্ৰও লাভ কৰিব নোৱাৰা হৈছে। এই বিষয় তৃতীয় বামাঙ্কত আৰু পৌত্ৰাসদান প্ৰকৰণত কিছু লিখা আছে এই বিষয় বিশেষ লিখিব লাগিলে প্ৰবন্ধৰ কলেবৰ অতি বৃহৎ হয়। পাঠক! মোৰ এত সংক্ষেপে লিখা কথা খিনি মনো যোগেৰে পঢ়িচালে সমস্ত কথা বুজি পাব। সূৰ্য্যাস্তৰ পিচত পুনৰায় সন্ধ্যা কৰিবৰ কথা কৈছে। বাস্তবিক এই সময়টোৱো উপাসনাৰ উপযুক্ত সময়। কিয়নো দিনৰ উগ্ৰ ভাব যোৱাৰ পিচত শান্তিময়ী ৰজনী শুভাগমনৰ সন্ধি সময়খিনিয়ে মানুহৰ মনত এটি অনিৰ্ব্বচনীয় আনন্দ দান কৰে এনে সময়ত ব্ৰহ্মোপাসনাত মন সহজে প্ৰবিষ্ট হব পাৰে। সায়ং সন্ধ্যা বায়ু কোণাভিমুখে কৰিব লাগে। আৰু সময় হৈছে সূৰ্য্যৰ অস্তান্ত হোৱাৰ পৰা নক্ষত্ৰোদয় পৰ্য্যন্ত। এই বিষয় যাজ্ঞবল্ক্যই কৈছে যে—

জপান্নাসীত গায়ত্ৰীং প্ৰত্যগাতাৰকোদয়াৎ।

নক্ষত্ৰোদয় পৰ্য্যন্ত বায়ুকোনাভিমুখে গায়ত্ৰী জপ কৰি থাকিব।

এই সময়ত সন্ধ্যা কৰিব নোৱাৰিলে কি কৰিব তাকে কৈছে যে—

সন্ধ্যাকালে ব্যতীতে তু ন চ সন্ধ্যাং সমাচৰেৎ।
গায়ত্রীং দশধা জপ্ত্বা পুনঃ সন্ধ্যাং সমাচৰেৎ॥

সায়ং সন্ধ্যা আৰু প্ৰাতঃ সন্ধ্যাৰ কাল অতীত হ'লে গায়ত্ৰী দহ বাৰ জপ কৰি হে সেই সন্ধ্যা কৰিব। কাৰণ যথাকালত সন্ধ্যা নকৰা বাবে যদি প্ৰায়শ্চিত্তও কৰিব লাগে, তেন্তে সন্ধ্যা নকৰিলে যে কিমান পাপ হয়, তাক সহজে বুজিব পাৰি যায়।

[illegible]

ইয়াৰ পিচত ব্যক্তি কৰ্ত্তব্য কৰ্ম্মৰ কথা স্মৃতিত কৈছে যে—

দিবোদিতানি কাৰ্য্যাণি প্ৰমাদাদকৃতানি চেৎ।
সৰ্ব্বৰ্য্যাঃ প্ৰথমে যামে তানি কুৰ্য্যাদতন্দ্ৰিতঃ॥

দিনত নিত্য কৰ্ত্তব্য কৰ্ম্মবোৰ কোনো কাৰণ বশতঃ কৰিব নোৱাৰিলে ৰাতি প্ৰথম প্ৰহৰৰ ভিতৰত কৰিব বিষ্ণুপুৰাণত লিখিছে যে—

দিবাতিথৌতু বিমুখে গতে যৎ পাতকং ভবেৎ।
তাবদাষ্টগুণং পুংসাং ৰাত্ৰৌ বৈ বিমুখে গতে॥

দিনত অতিথি বিমুখ হৈ গ'লে যি পাপ হয়, ৰাতি তাৰ আঠ গুণ পাপ হয়। পাঠক! ৰাতি অতিথি গৃহস্থৰ ঘৰত থাকিব নোৱাৰিলে তেওঁৰ কি দুঃখ আৰু অসুবিধা হয়, তাক নকলেও হব। সেই কাৰণে আঠ গুণ পাপ হয় বুলি কৈছে। অতিথি শুশ্ৰূষাৰ উদ্দেশ্যে তৃতীয় যামান্তত বিশেষকৈ কোৱা আছে। ইয়াৰ পিচত বিষ্ণুপুৰাণত লিখিছে যে—

কৃতপাদাদিশৌচস্তু ভুক্ত্বা সায়ং ততো গৃহী।
সচ্ছেদস্ফুটিকাং শয্যামপি দাৰুময়ীং নৃপ॥

গৃহস্থজনে পূৰ্ব্বোক্ত বচনানুসাৰে ৰাতি দেড় প্ৰহৰৰ ভিতৰত শাই উঠি হাত, ভৰি, মুখ ধুই নভঙা খাট পালেং প্ৰভৃতি কাষ্ঠ শয্যাত শুব। শয়নত মূৰশিতানৰ কথা তাতেই লিখিছে যে—

প্ৰাক্‌শিৰাঃ শয়নে বিদ্যাং বলমায়ুশ্চ দক্ষিণে।
পশ্চিমে প্ৰবলা চিন্তাং হানিং মৃত্যুং তথোত্তৰে॥

পূব শিৰ কৰি শুলে বিদ্যা, দক্ষিণ শিৰ কৰি শুলে বল আয়ু, পশ্চিম শিৰ কৰি শুলে চিন্তা আৰু উত্তৰ শিৰ কৰি শুলে হানি আৰু মৃত্যু হয়। ইয়াৰ উদ্দেশ্য এই যে এই ভাৰতবৰ্ষৰ পিছ পশ্চিম আৰু উত্তৰ ফালে ধ্ৰুবতাৰা আছে। সেই দিশৰ ফালে মূৰ কৰি শুলে ধ্ৰুবতাৰাৰ তেজে মস্তিষ্কক আকৰ্ষণ কৰে, সেই কাৰণে পশ্চিম আৰু উত্তৰ ফালে মূৰ দি শুবলৈ নিষেধ কৰিছে আৰু তাতেই লিখিছে যে—

নমস্কৃত্যাব্যয়ং বিষ্ণুং সমাধিস্থঃ স্বপেন্নিশি॥

অনন্যচিত্তে সনাতন বিষ্ণুক প্ৰণাম কৰি শুব। পাঠক! বিবেচনা কৰি চাওক যে স্নান, দন্তধাৱন, বিষ্ঠামূত্ৰোৎসৰ্গ, ভোজন, শয়ন প্ৰভৃতি দৈনন্দিন সমস্ত কৰ্ম্মই আমাৰ উপাসনা বিশেষ কাৰণ সমস্ত কাৰ্য্যৰ আদিতে, মধ্যতে বা অন্ততে ঈশ্বৰৰ বন্দন, নাম কীৰ্ত্তন বা স্মৰণ কৰিব লৈছে। এই বিষয়ে তন্ত্ৰত লিখিছে যে—

প্ৰাতৰাদিকসায়ান্তং সায়াদিপ্ৰাতৰন্তকম্।
যৎকৰোমি জগদ্যোনে তদস্তু তব পূজনম্॥

হে জগজ্জননী। পুৱাৰ পৰা সায়ংকাললৈ আৰু সায়ংকালৰ পৰা ৰাতিপুৱালৈ যি কৰোঁ, সি সকলোৱেই তোমাৰ পূজা হওক। এনেকুৱা উপদেশ কোন ধৰ্ম্মত আছে ভাবি চাওকচোন। বিদ্যাৰ্থীৰ অনাবশ্যক আৰু মন চাঞ্চল্য ঘটিব পাৰে বুলি ভাবি দাৰাপৰিগ্ৰহৰ বিধি লিখা নহল।

॥ ইত্যাচাৰবিজ্ঞানম্ ॥

## ★ প্ৰাৰ্থনা ★

আবিৰ্ভূয়াৎ দৈৱশক্তিঃ সমস্তাৎ।
শান্তিৰ্ভূয়াৎ সৰ্ব্ব দেশেষু সম্যক্ ॥
ধৰ্ম্মোভূয়াৎ বৰ্দ্ধিতো মানবানাং।
ধ্বংসোভূয়াৎ বিঘ্নসন্দোহকানাম্ ॥

— সমাপ্তম —



# ভুল শুদ্ধিপত্র

| অশুদ্ধ | পৃষ্ঠা | পঙ্‌ক্তি | শুদ্ধ |
|---|---|---|---|
| ঋষিন্ | ১ | ৩ | ঋষীন্ |
| চিন্তয়ে | ৫ | ৫ | শ্চিন্তয়ে |
| ব্রাহ্মণ। | ৬ | ১৯ | ব্রহ্মন্! |
| ইদানিন্তন | ৭ | ১১ | ইদানীন্তন |
| মানে | ৭ | ১৪ | যেনে |
| টপাদান | ৭ | ১৫ | উপাদান |
| ব্রহ্মা | ১০ | ২০ | ব্রহ্ম |
| নিবৃত্তঃ | ১১ | ৮ | নিবৃত্তিঃ |
| ভবশ্যো | ১১ | ২১ | অবশ্যে |
| কবিবলৈ | ১৫ | ১৬ | কবি লৈ |
| মানিবলৈ | ১৬ | ৩ | মানি লৈ |
| পাপিষ্ঠ | ১৬ | ৯ | পাপিষ্ঠং |
| মনব | ১৯ | ১২ | মলব |
| শুন | ২১ | ৪ | স্তম্ব |
| পৰাথা | ২১ | ৫ | পৰাত্মা |
| ধিকঃ | ২১ | ৮ | ধিকং |
| স্তু | ২১ | ১১ | স্ত |
| হাত্তত | ২১ | ১২ | হাত্ত |
| পশি্মে | ২২ | ১ | পশ্চিমে |
| পশি্ম | ২২ | ৮ | পশ্চিম |

| অশুদ্ধ | পৃষ্ঠা | পঙ্‌ক্তি | শুদ্ধ |
|---|---|---|---|
| কর্মে | ২৩ | ৮ | কর্ণে |
| ভস্মানি | ২৪ | ১০ | ভস্মনি |
| একং | ২৯ | ১৩ | একাং |
| আক দক্ষিণ মুরা | ৩০ | ৬ | বাতি দক্ষিণ মুরা |
| হনোৎ | ৩২ | ২০ | হলোৎ |
| জগত্তিক | ৩৭ | ২ | জাগত্তিক |
| কুকায্যকব | ৩৭ | ১০ | কার্য্যকবী |
| বিষয় | ৩৮ | ৩ | বিষক |
| বিষয় | ৩৮ | ১৬ | বিষক |
| ভেল | ৪০ | ৩ | ভল্ |
| পশ্চ্যা | ৪২ | ৫ | পশ্চা |
| চক্ষুঃশ্রোত্রে | ৪২ | ৬ | চক্ষুঃশ্রোত্রে |
| আমি | ৪৩ | ২১ | (অতিরিক্ত) |
| সুখে | ৪৪ | ৭ | মুখে |
| সত্ববং | ৪৪ | ১৭ | সত্বচং |
| নেত্র | ৪৪ | ১৮ | নেত্রে |
| ধোপ | ৪৫ | ১৭ | বড় |
| শতমুল | ৪৫ | ১৮ | বোনশাথ |
| ভুমুবা | ৪৫ | ১৮ | আড়ুমক |
| বাশ্চ্যা | ৪৬ | ২০ | বশ্চ্যা |
| নেত্রস্থ | ৫১ | ৯ | নেত্রাস্থ |
| স্থথা | ৫২ | ১ | স্থথা |

| অশুদ্ধ | পৃষ্ঠা | পঙ্‌ক্তি | শুদ্ধ |
|---|---|---|---|
| নেতি | ৫৫ | ১৪ | মোক্ষ |
| তাতে | ৫৫ | ১৮ | ভালে |
| বস্তু | ৫৭ | ১১ | বস্তুঃ |
| বিবমণঃ | ৬০ | ২০ | বিবামণম |
| মৌঢাঃ | ৬২ | ২৫ | মৌঢ্যাং |
| স্বপ | ৬৫ | ১ | স্বপ |
| কাব্য | ৬৬ | ১২ | কায |
| অজীবস্তু | ৭৭ | ১৪ | অজীবঃস্তু |
| নস্তুবং | ৭৭ | ১৫ | নস্তুবং |
| বণ | ৮৪ | ২০ | বণ্ |
| মন্তলেপে | ৮৯ | ১২ | মন্তলেপঃ |
| ধর্ম্মা | ৯০ | ১৯ | ধর্ম্ম্যা |
| হৃতঃ | ৯২ | ৩ | হৃতম্ |
| তর্জ্জস্যং | ৯২ | ১১ | স্তর্জ্জস্যাং |
| স্তুস্য | ৯২ | ১২ | স্ত্তস্য |
| অণহঃ | ৯৪ | ২০ | অনহঃ |
| ব্রহ্মাতকৈ | ৯৬ | ১৬ | ব্রহ্মতকৈ |
| ব্রহ্মাই | ৯৬ | ১৬ | ব্রহ্মাই |
| যথাক্রমাৎ | ৯৭ | ১৮ | যথাক্রমম্ |
| ভবাস্তু | ৯৮ | ১ | ভাবাদ্ধ |
| ব্রহ্মাই | ১০২ | ৩ | ব্রহ্মাই |
| লস্ত্য | ১০২ | ৯ | লস্ত্যা |

| অশুদ্ধ | পৃষ্ঠা | পঙ্‌ক্তি | শুদ্ধ |
|---|---|---|---|
| ভ্যঙ্গ | ১০৩ | ১ | ভ্যঙ্গ |
| সোপা | ১০৩ | ৪ | চোপণ |
| নৰ্ব্বপেৎ | ১০৪ | ১১ | নির্ব্বপেৎ |
| গ্যন্ন | ১০৫ | ৪ | গ্যদন্ন |
| ঙ্গণো | ১০৬ | ২ | ঙ্গণে |
| পণ্ডে | ১০৭ | ১ | পিণ্ড |
| থেং | ১০৭ | ৫ | থৈনং |
| শ্চ | ১০৮ | ১৫ | শ্চ |
| পৰিত্রে | ১০৮ | ২২ | পবিত্রা |
| বাজন্য | ১১২ | ১৪ | বাজন্যঃ |
| ভাৰ্ব্বা | ১১৬ | ২২ | ভিন্ন |
| মানবা | ১১৮ | ১৮ | মানবঃ |
| জলনং | ১২২ | ১ | জমনং |
| ভোগভ | ১২৪ | ২ | ভোগ্য |
| পূৰ্ব্বে | ১২৪ | ৫ | পূর্ব্বে স্নানব |
| প্রাগ্রবং | ১২৫ | ১৭ | প্রাগ্‌ ব্রবং |
| প্রসে | ১২৬ | ১২ | প্রগে |
| স্তেজো | ১২৭ | ১৮ | স্তেজো |
| স্নিঃ | ১২৭ | ১৮ | গ্নিঃ |
| হৃক | ১২৯ | ২ | পাব |
| প্রসাদা | ১৩৪ | ১০ | প্রমাদা |
| ভাবনা | ১৩৪ | ১৬ | ভাবেথা |
| জগদ্ভোনে | ১৩৫ | ২৫ | জগদ্‌যোনে |

